দাদা ভগৱান কথিত

# এডজাষ্ট এভৰীহোৱেৰ

সকলোৰে সৈতে এডজাষ্ট হোৱাটোৱেই আটাইতকৈ ডাঙৰ নৈতিক গুণ।

Assamese

**প্ৰকাশক ঃ অজীত সি. প্যাটেল**

**দাদা ভগৱান আৰাধনা ট্ৰাষ্ট**

দাদা দৰ্শণ, ৫, মমতাপাৰ্ক সোসাইটি,

নৱগুজৰাট কলেজৰ পিচফালে

উস্মানপুৰা, অহমদাবাদ- ৩৮০০১৪, গুজৰাত.

ফোন ঃ (০৭৯) ৩৯৮৩০১০০

Email : info@dadabhagwan.org



First Edition : 1000 copies, November, 2018

ভাবমূল্য ঃ 'পৰম বিনয়' আৰু

'মই একো নাজানো' এই ভাৱ !

দ্ৰব্যমূল্য ঃ ১৫ টকা

মুদ্ৰক ঃ অম্বা অফছেট

B-99, ইলেকট্ৰনিক্স GIDC,

ক- 6 ৰোড, সেক্টৰ -25, গান্ধীনগৰ-382044.

ফোন ঃ (079) 39830341

## ত্ৰিমন্ত্ৰ





নমো অৰিহন্তাণম্

নমো সিদ্ধাণম্

নমো আয়ৰিয়াণম্

নমো লোত্র সব্বসাহুণম্

এসো পঞ্চ নমুক্কাৰো,

সব্ব পাৱপ্পণাসণো

মঙ্গলাণম চ সব্বেসিম্,

পঢ়মম হবই মঙ্গলম্ ১

ওঁ নমঃ ভগবতে বাসুদেবায় ২

ওঁ নমঃ শিবায় ৩

জয় সচ্চিদানন্দ





## আত্মজ্ঞান প্ৰাপ্তিৰ প্ৰত্যক্ষ সম্পৰ্ক সূত্ৰ

'মই নিজ হাতেই কেবাজনকো সিদ্ধি প্ৰদান কৰি যাম। মই যোৱাৰ পিছত অনুগামীৰ প্ৰয়োজন থাকিব নে নাথাকিব? ভৱিষ্যৎ প্ৰজন্মৰ বাবে এই মাৰ্গৰ প্ৰয়োজন নাথাকিব জানো?'

**- দাদাশ্ৰী**

পৰম পূজনীয় দাদাশ্ৰীয়ে গাঁৱে-গাঁৱে, দেশ-বিদেশ পৰিভ্ৰমণ কৰি মুমুক্ষুসকলক সৎসঙ্গ আৰু আত্মজ্ঞানৰ প্ৰাপ্তি কৰাইছিল। দাদাশ্ৰীয়ে নিজৰ জীৱনকালতে পূজ্য ডাঃ নীৰুবহন আমীন (নীৰুমাঁ) ক আত্মজ্ঞান প্ৰাপ্ত কৰোৱাৰ জ্ঞানসিদ্ধি প্ৰদান কৰিছিল। দাদাশ্ৰীৰ দেহবিলয়ৰ পাচত নীৰুমায়ে তেনেকৈ মুমুক্ষুসকলক সৎসঙ্গ আৰু আত্মজ্ঞানৰ প্ৰাপ্তি, নিমিত্ত ভাবেৰে কৰাইছিল। পূজ্য দীপকভাই দেসাইকো দাদাশ্ৰীয়ে সৎসঙ্গ কৰাৰ সিদ্ধি প্ৰদান কৰিছিল। নীৰুমাঁৰ উপস্থিতিতে তেওঁৰ আশীৰ্বাদ লৈ পূজ্য দীপকভাই দেশ-বিদেশৰ অনেক ঠাই পৰিভ্ৰমণ কৰি মুমুক্ষুসকলক আত্মজ্ঞানৰ প্ৰাপ্তি কৰাইছিল আৰু নীৰুমাঁৰ দেহবিলয়ৰ পাচত আজিও চলি আছে। এই আত্মজ্ঞান প্ৰাপ্ত কৰি হেজাৰ-হেজাৰ মুমুক্ষুৱে সাংসাৰিক আৰু পাৰিৱাৰিক দায়িত্ব পালন কৰিও মুক্ত অৱস্থাত থাকি আত্মৰমণতাৰ অনুভৱ কৰিছে।

এই পুস্তকৰ মুদ্ৰিত বাণী মোক্ষাৰ্থী সকলৰ পথ প্ৰদৰ্শনত অত্যন্ত উপয়োগী সিদ্ধ হ'ব, কিন্তু মোক্ষ প্ৰাপ্তিৰ কাৰণে আত্মজ্ঞান প্ৰাপ্ত কৰাটো আৱশ্যক। অক্ৰম মাৰ্গৰ দ্বাৰা আত্মজ্ঞান প্ৰাপ্তিৰ মাৰ্গ আজিও চলি আছে। যেনেকৈ এটা প্ৰজ্বলিত চাকিহে অন্য চাকি প্ৰজ্বলিত কৰিব পাৰে, তেনেকৈ প্ৰত্যক্ষ আত্মজ্ঞানীৰ দ্বাৰা আত্মজ্ঞান প্ৰাপ্ত কৰিলেহে নিজৰ আত্মা জাগৃত হয়।

## দাদা ভগৱান ফাউণ্ডেশ্বনৰ দ্বাৰা প্ৰকাশিত হিন্দী পুস্তকসমূহ ঃ

১। জ্ঞানী পুৰুষ কি পহচান
২। সৰ্ব দুঃখো সে মুক্তি
৩। কৰ্ম কে সিদ্বান্ত
৪। আত্মবোধ
৫। মৈঁ কোন হুঁ?
৬। বৰ্তমান তীৰ্থঙ্কৰ শ্ৰী সীমন্ধৰ স্বামী
৭। ভুগতে উসী কি ভুল
৮। এডজাষ্ট এভৰীহোৱেৰ
৯। টকৰাও টালিয়ে
১০। হুআ সো ন্যায়
১১। চিন্তা
১২। ক্ৰোধ
১৩। প্ৰতিক্ৰমণ
১৪। দাদা ভগৱান কোণ ?
১৫। পেই্সো কা ব্যৱহাৰ
১৬। অন্তঃকৰণ কা স্বৰূপ
১৭। জগৎ কৰ্তা কোণ?
১৮। ত্ৰিমন্ত্ৰ
১৯। ভাবনা সে সুধৰে জন্মোজন্ম
২০। মাতা-পিতা অৰ বচ্চো কা ব্যৱহাৰ
২১। প্ৰেম
২২। সমঝ সে প্ৰাপ্ত ব্ৰহ্মচৰ্য
২৩। দান
২৪। মানব ধৰ্ম
২৫। সেৱা-পৰোপকাৰ
২৬। মৃত্যু সময়, পহলে অৰ পশ্চাৎ
২৭। নিজদোষ দৰ্শণ সে.... নিৰ্দোষ
২৮। পতি-পত্নী কা দিব্য ব্যৱহাৰ
২৯। ক্লেশ ৰহিত জীৱন
৩০। গুৰু-শিষ্য
৩১। অহিংসা
৩২। সত্য-অসত্য কে ৰহস্য
৩৩। চমৎকাৰ
৩৪। পাপ-পুণ্য
৩৫। বাণী, ব্যৱহাৰ মে....
৩৬। কৰ্ম কে বিজ্ঞান
৩৭। আপ্তবাণী - ১
৩৮। আপ্তবাণী - ২
৩৯। আপ্তবাণী - ৩
৪০। আপ্তবাণী - ৪
৪১। আপ্তবাণী - ৫
৪২। আপ্তবাণী - ৬
৪৩। আপ্তবাণী - ৭
৪৪। আপ্তবাণী - ৮
৪৫। আপ্তবাণী - ১৩ (পুৰ্বাৰ্ধ)
৪৬। সমঝ সে প্ৰাপ্ত ব্ৰহ্মচৰ্য (পুৰ্বাৰ্ধ)
৪৭। সমঝ সে প্ৰাপ্ত ব্ৰহ্মচৰ্য (উত্তৰাৰ্ধ)

* দাদা ভগৱান ফাউণ্ডেশ্বচনৰ দ্বাৰা গুজৰাতী ভাষাতও ৫৫ খন পুস্তক প্ৰকাশিত হৈছে। ৱেবসাইট www.dadabhagwan.org ৰ পৰাও আপুনি এই সকলো পুস্তক প্ৰাপ্ত কৰিব পাৰিব।

* দাদা ভগবান ফাউণ্ডেশ্বনৰ দ্বাৰা প্ৰত্যেক মাহত হিন্দী, গুজৰাতী আৰু ইংৰাজী ভাষাত "দাদাবাণী" ম্যাগজীন প্ৰকাশিত হয়।

# সম্পাদকীয়

জীৱনৰ প্ৰতিটো মুহূৰ্ত্ততে আমি নিজেই বিচাৰপূৰ্বক ভাৱে সন্মুখৰজনৰ সৈতে যদি এডজাষ্ট নহওঁ, তেনেহ'লে ভয়ঙ্কৰ সংঘাত হৈয়ে থাকিব। জীৱন বিষময় হ'ব আৰু শেষত জগতে জোৰ কৰি আমাৰ দ্বাৰা এডজাষ্টমেন্ট কৰাবই। ইচ্ছা হওঁক বা অনিচ্ছাই হওঁক, আমি যেতিয়াই-তেতিয়াই এডজাষ্ট তো হ'বই লাগিব। তেনেহ'লে কিয়নো বিচাৰপূৰ্বক এডজাষ্ট হৈ যাওঁ, যাতে অনেক সংঘাতৰ পৰা ৰক্ষা পাব পাৰি আৰু সুখ শান্তি স্থাপিত হওঁক।

লাইফ ইজ নাথিং বাট এডজাষ্টমেন্ট (জীৱন এডজাষ্টমেন্টৰ বাহিৰে আন একোৱেই নহয়!) জন্মৰ পৰা মৃত্যুলৈকে এডজাষ্টমেন্ট লাগিবই। কান্দিয়ে লওঁক বা হাঁহিয়েই লওঁক! পঢ়াশুনা কৰি ভাল লাগক বা নালাগক, কিন্তু এডজাষ্ট হৈ পঢ়িবই লাগিব! হয়তো ৰংমনেৰে মানুহে বিয়া কৰায়, কিন্তু বিয়াৰ পিচত গোটেই জীৱন স্বামী-স্ত্ৰীৰ পাৰস্পৰিক এডজাষ্টমেন্টচ লাগিবই। দুটা ভিন্ন প্ৰকৃতিক গোটেই জীৱন একেলগে থাকি যাৰ যি দায়িত্ব তাক নিৰ্বাহ কৰিব লাগিব। পৰস্পৰে পৰস্পৰৰ লগত গোটেই জীৱন সম্পূৰ্ণভাৱে এডজাষ্ট হৈ থাকে, তেনে পুণ্যবান কিমানজন মানুহ আছে এই যুগত? হেৰা, ৰামচন্দ্ৰজী আৰু সীতাজীৰো কেইবাবাৰো ডিচএডজাষ্টমেন্ট হোৱা নাছিল নে? স্বৰ্ণমৃগ, অগ্নিপৰীক্ষা আৰু গৰ্ভৱতী হোৱা সত্বেও বনবাস? তেওঁলোকে কেনেকুৱা-কেনেকুৱা এডজাষ্টমেন্ট লৈছিল?

পিতৃ-মাতৃ আৰু সন্তানে এজনে অন্যজনৰ সৈতে প্ৰতি খোজতে এডজাষ্টমেন্ট হ'ব লগা হয় নে? যদি বিচাৰপূৰ্বক এডজাষ্ট হৈ যায় তেনেহ'লে শান্তি থাকিব আৰু কৰ্মবন্ধন নহয়। আত্মীয়-স্বজন, বন্ধুবান্ধৱৰ সৈতে, ব্যৱসায়ত, বচৰ সৈতে, বেপাৰী বা দালালৰ সৈতে, তেজী-মন্দী ৰ ভাবৰ সৈতে, সকলো ঠাইতে যদি আমি এডজাষ্টমেন্ট নহওঁ তেনেহ'লে কিমানবোৰ দুখৰ পাহাৰ হৈ যাব!

এইকাৰনে 'এডজাষ্ট এভৰীহোৱেৰ' ৰ 'মাষ্টাৰ কী' লৈ যি জন মানুহে জীৱন অতিবাহিত কৰিব, তেওঁৰ জীৱনৰ কোনো তালা খোল নাখাব, এনেকুৱা নহয়। জ্ঞানীপুৰুষ পৰম পূজনীয় দাদাশ্ৰীৰ স্বৰ্ণময় সূত্ৰ 'এডজাষ্ট এভৰীহোৱেৰ' জীৱনত আত্মসাৎ কৰিব পাৰিলে সংসাৰ সুখময় হ'ব!

**ডাঁঃ নীৰুবেহন অমীনৰ জয়সচ্চিদানন্দ**

# এডজাষ্ট এভৰীহোৱেৰ

## আত্মসাৎকৰক এটাই শব্দ

**প্ৰশ্নকৰ্তা** ঃ এতিয়া তো জীৱনত শান্তিৰ সৰল মাৰ্গ বিচাৰিছোঁ।

**দাদাশ্ৰী** ঃ এটাই  শব্দ জীৱনত ফলিত কৰিব লাগিব, নিৰ্ভুল ভাৱে, একজেক্ট?

**প্ৰশ্নকৰ্তা** ঃ একজেক্ট, হয়।

**দাদাশ্ৰী** ঃ 'এডজাষ্ট এভৰীহোৱেৰ' ইমান শব্দটিয়ে যদি আপুনি জীৱনত ফলিত কৰিব পাৰে তেনেহ'লেই যথেষ্ট হ'ব।  আপুনি শান্তি নিজে নিজে লভিব। পোন প্ৰথমে ছয় মাহলৈকে বাধা-বিঘিনি আহিব, পিচত নিজে নিজেই শান্তি ঘূৰি আহিব। প্ৰথম ছয় মাহলৈকে আগৰ ৰিয়্যাকশ্বন আহিব, পলমকৈ আৰম্ভ কৰাৰ কাৰণে। এইকাৰণে 'এডজাষ্ট এভৰীহোৱেৰ' ! এই কলিযুগৰ এনে ভয়াবহ সময়ত যদি এডজাষ্ট নহয়, তেনেহ'লে শেষ হৈ যাব।

সংসাৰত অন্য একো নাজানিলেও ক্ষতি নাই কিন্তু এডজাষ্ট হ'বলৈ শিকিবই লাগিব। সন্মুখৰজনে 'ডিচএডজাষ্ট' হৈ থাকিলেও, কিন্তু আপুনি এডজাষ্ট হৈ থাকিলে সংসাৰ সমুদ্ৰ সাঁতোৰি পাৰ হৈ যাব। যিয়ে অন্যৰ অনুকূল হ'ব পাৰিছে, তেওঁৰ কোনো দুখেই নাথাকিব। 'এডজাষ্ট এভৰীহোৱেৰ' ! প্ৰত্যেকৰে সৈতে এডজাষ্টমেন্ট হয়, এইটোৱেই সকলোতকৈ ডাঙৰ ধৰ্ম। এই যুগত ভিন্ন-ভিন্ন প্ৰকৃতিৰ মানুহ আছে, এইকাৰণে এডজাষ্ট নহ'লে কেনেকৈ চলিব?

## হস্তক্ষেপ নকৰিব, এডজাষ্ট হৈ যাব

সংসাৰৰ অৰ্থই সমশৰণ মাৰ্গ, এইকাৰণে নিৰন্তৰ পৰিবৰ্তন হৈয়ে থাকে। কিন্তু এই বৃদ্ধসকলে পুৰণি যুগটোকেই ধৰি থাকে। হেৰা, যুগৰ

সৈতে চলা, নহ'লে মাৰ খাই মৰি থাকিবা ! যুগৰ অনুসৰি এডজাষ্টমেন্ট হ'ব লাগিব। মোৰ চোৰৰ সৈতে, জেপ-কটাৰৰ সৈতে, সকলোৰে সৈতেই এডজাষ্টমেন্ট হয়। মই চোৰৰ সৈতে কথা পাতিলে আন কি সি ও বুজি পাই যে এঁও কৰুণাময় হয়। মই তাক 'তই ভুল কৰিছ' এনেকৈ নকওঁ। কিয়নো সেইটো তাৰ 'ভীউ পইন্ট' (দৃষ্টিকোণ)। কিন্তু মানুহে তাক 'নালায়ক' কৈ গালি দিয়ে। উকিল সকল জানো মিছলিয়া নহয় ? 'একেবাৰে মিছা কেচ জিকাই দিম' বুলি কোৱা জনে, প্ৰবঞ্চক নহয় জানো ? চোৰক 'লুচ্ছা' কয় আৰু একেবাৰে মিছা কেচ ক 'সঁচা' কয়, সিহঁতক সংসাৰত বিশ্বাস কেনেদৰে কৰিব পাৰি ? তথাপিও তেওঁলোকৰো চলি আছে নহয় নে ? কোনোলোককে মই মিছলিয়া নকওঁ। তেওঁ নিজৰ 'ভীউ পইন্ট' ত কৰেক্ট এ হয়। কিন্তু তাক সঁচা কথা শিকাও যে তই যি চুৰি কৰিছ, তাৰ পৰিণাম তই কি পাবি !

এই বৃদ্ধ সকলে ঘৰত সোমায়েই কয়, 'এই লোহাৰ আলমাৰী ? এই ৰেডিঅ' ? এইটো এনেকুৱা কিয় ? তেনেকুৱা কিয় ?' এইদৰে কাজিয়া-পেচাল কৰে। হেৰা, কোনো যুৱকৰ সৈতে বন্ধুত্ব কৰা। এই যুগ পৰিবৰ্তন হৈয়ে থাকিব। এইবোৰৰ অবিহনে এওঁলোকে জীৱিত থাকিব কেনেকৈ ? কিবা নতুন দেখিলেই মোহ উৎপন্ন হয়। নতুন নহ'লে তো জীৱিত থাকিবই কিদৰে ? নতুনত্ব অনন্তবাৰ আহিছে আৰু গৈছে, তাত আপুনি কাজিয়া-পেচাল কৰিব নালাগে। আপোনাৰ অপচন্দ হ'লে সেয়া আপুনি নকৰিব। এই আইসক্ৰীমে আমাক নকয় যে মোৰ পৰা দূৰত থকা। আপোনাৰ খাবৰ ইচ্ছা নাথাকিলে নাখাব। কিন্তু বৃদ্ধসকলে তাৰ ওপৰত অসন্তুষ্ট হৈ থাকে। এই মতভেদ যুগ পৰিবৰ্ত্তনৰ কাৰণে হৈছে। এই নতুন প্ৰজন্মই

তো যুগৰ মতেই চলিব। মোহ, অৰ্থাৎ নতুন- নতুন উৎপন্ন হয় আৰু নতুন-নতুনেই দেখায়। মই বাল্যকালৰ পৰাই বুদ্ধিৰ দ্বাৰা অনেক বিচাৰ কৰি দেখিছিলোঁ যে এই জগতখন ওলোটা দিশত গৈছে নে চিধা হৈছে আৰু এইটোও বুজিছিলোঁ যে এই জগতক পৰিবৰ্ত্তন কৰাৰ কাৰো সত্তাই নাই। তথাপিও মই কি কৈছোঁ যে যুগৰ অনুসৰি এডজাষ্ট হৈ যাওঁক। ল'ৰাই নতুন ধৰণৰ টুপি পিন্ধি আহিলে, তেতিয়া এনেকৈ নক'ব যে, 'এনেকুৱা ক'ৰ পৰা লৈ আহিলা?' তাৰ সলনি এডজাষ্ট হৈ যাওঁক যে, 'ইমান সুন্দৰ টুপি ক'ৰ পৰা আনিলা? কিমানত আনিলা? বহুত সস্তাত পালা?' এইদৰে এডজাষ্ট হৈ যাওঁক।

আমাৰ ধৰ্মই (বীতৰাগ ধৰ্ম) কি কয় যে অসুবিধাত সুবিধা চাওঁক। ৰাতি মোৰ মনত ভাব হৈছিল যে, 'এই চাদৰখন লেতেৰা।' কিন্তু পিচত এডজাষ্টমেন্ট কৰি লোৱাত তেতিয়া ইমান নৰম লাগিল যে নুসুধিব আৰু! পঞ্চেন্দ্ৰিয়জ্ঞানে অসুবিধা দেখায় আৰু আত্মজ্ঞানে সুবিধা দেখায়। এইকাৰণে আত্মৰূপ হৈ থাকিব।

## দুৰ্গন্ধৰ সৈতে এডজাষ্টমেন্ট

বান্দ্ৰাৰ (মুম্বাইত) নলা এটাৰ পৰা দুৰ্গন্ধ আহিলেও তাৰ সৈতে কি কাজিয়া কৰিবলৈ যাব নে? এইদৰেই এই মানুহবোৰে দুৰ্গন্ধ বিয়পায়, তেওঁলোকক কি ক'বলৈ যাব? দুৰ্গন্ধ বিয়পাই সিহঁতক নলা কয়, যাৰ পৰা সুগন্ধ আহে সিহঁতক বাগিছা কয়। যি সকলে দুৰ্গন্ধ বিয়পায় সিহঁতে কয় যে 'আপুনি আমাৰ সৈতে বীতৰাগ হওঁক!'

এই ভাল-বেয়া কোৱাত সেইবোৰেই আমাক বিৰক্ত কৰে। আমি উভয়কে একেই মানি চলিব লাগে। ইয়াক 'ভাল' ক'লে, এইকাৰণে অন্যটো 'বেয়া' হ'ল। তেতিয়া পিছত সেইটোৱে বিৰক্ত কৰে। কিন্তু

দুয়োকে ‘মিক্সৰ’ কৰি দিলে, তাৰ পিছত প্ৰভাৱ নপৰে। ‘এডজাষ্ট এভৰীহোৱেৰ’ ৰ মই আৱিষ্কাৰ কৰিছোঁ। সঁচা কথা ক’লে তেওঁৰ সৈতেও আৰু কোনোবাই মিছা কথা ক’লে তেওঁৰ সৈতেও ‘এডজাষ্ট’ হৈ যাওঁক। মোক কোনোবাই কয় যে ‘আপোনাৰ বুদ্ধি নাই।’ তেতিয়া মই তৎক্ষনাৎ তেওঁৰ সৈতে এডজাষ্ট হৈ কম যে, ‘সেয়া তো আগৰ পৰাই নাছিল। আজি তুমি ক’ৰ পৰা বিচাৰিব আহিলা ? তুমি তো আজি জানিলা, কিন্তু মই তো এইটো বাল্যকালৰ পৰাই জানো।’ এনেকুৱাকৈ ক’লে তো ঝঞ্ঝট মিটি যাব, নহয় নে ? পুনৰ তেওঁ আমাৰ ওচৰত আকল (বুদ্ধি) বিচাৰি নাহে। এনেকুৱা নকৰিলে নো ‘নিজৰ ঘৰ’ (মোক্ষ) কেতিয়া গৈ পাম ?

## পত্নীৰ সৈতে এডজাষ্টমেন্ট

**প্ৰশ্নকৰ্তা** ঃ এডজাষ্ট কেনেকৈ হ’ব লাগে, এইটো অলপ বুজাই দিয়ক।

**দাদাশ্ৰী** ঃ আপোনাৰ কোনো কাৰণবশতঃ দেৰী হৈ গ’লে, আৰু পত্নীয়ে কিবা উল্টা-চিধা ক’বলৈ ধৰে যে, ‘ইমান দেৰীকৈ আহে ? এনেকৈ নচলিব।’ আৰু যেনেকৈ-তেনেকৈ কয়..... তেওঁৰ খঙত মানসিক স্থিৰতা নাথাকে। তেতিয়া আপুনি ক’ব যে ‘হয়, তোমাৰ কথা ঠিকেই, তুমি যদি কোৱা উভতি যাওঁ আৰু তুমি কোৱা যদি ভিতৰলৈ আহি বহিম।’ তেতিয়া তেওঁ ক’ব, ‘নহয়, উভতি নাযাবা। ইয়াতে শুই থকা মনে-মনে।’ কিন্তু আকৌ শুধা, ‘তুমি কোৱা যদি খাম, নহ’লে শুবলৈ যাওঁ।’ তেতিয়া তেওঁ ক’ব, ‘নহয়, খাই লোৱা।’ তেতিয়া আপুনি তেওঁৰ কথা মানি খাই ল’ব লাগে। অৰ্থাৎ এডজাষ্ট হৈ গ’ল। আকৌ ৰাতি-পুৱা ফাষ্ট ক্লাচ চাহ দিব আৰু যদি ধমক দিয়ে তেনেহ’লে চাহৰ কাপ মুখ ওলোমাই (ৰোষ বেশত) দিব আৰু তিনি দিনলৈকে সেই ক্ৰম চলি থাকিব।

## খিচৰী খাব নে হোটেলৰ পিজ্জা?

এডজাষ্ট হ'ব নোৱাৰিলে কি কৰে? মানুহে ৱাইফৰ সৈতে কাজিয়া কৰে, নহয় নে?

**প্রশ্নকর্তা** ঃ হয়।

**দাদাশ্রী** ঃ এনেকুৱা?! কি ভাগ কৰিবৰ বাবে? পত্নীৰ সৈতে কি ভাগ-বতৰা কৰিব? সা-সম্পত্তি অংশীদাৰীত আছেই।

**প্রশ্নকর্তা** ঃ স্বামীৰ গুলাব-জামুন খাবৰ ইচ্ছা হ'লে পত্নীয়ে খিচৰী বনায়, তেনেহ'লে কাজিয়া হয়।

**দাদশ্রী** ঃ আকৌ কাজিয়া কৰাৰ পিছত কি তেওঁ গুলাব-জামুন বনাব নে? নবনায় । পিছত খিচৰীয়ে খাব লগা হয়!

**প্রশ্নকর্তা** ঃ পিছত হোটেলৰ পৰা পিজ্জা অনায়।

**দাদাশ্রী** ঃ এনেকুৱা ?! অর্থাৎ এইটোও নহ'ল আৰু সেইটোও নহ'ল। পিজ্জা আহে, হয় নে? কিন্তু আমাৰ গুলাব-জামুন গ'ল, নহয় নে? তাৰ সলনি যদি আপুনি ৱাইফ ক ক'লে হেঁতেন যে, 'তোমাৰ যি ভাল লাগে সেই বনোৱা।' তেওঁৰ ও কোনোৱাদিনা খুউৱাৰ ইচ্ছা তো হ'ব পাৰে! তেওঁ কি নাখাব নে? তেতিয়া আপুনি ক'ব, 'তোমাৰ যি ভাল লাগে সেই বনোৱা।' তেতিয়া তেওঁ ক'ব, 'নহয়, আপোনাৰ যি ভাল লাগে সেই বনাম।' তেতিয়া আপুনি ক'ব পাৰিব যে, 'গুলাব-জামুন বনোৱা।' আৰু যদি আপুনি প্রথমেই গুলাব-জামুন বনাবলৈ কয় তো তেওঁ ক'ব, 'নহয়, মই তো খিচৰী বনাম।'

**প্রশ্নকর্তা** ঃ এই মতভেদ দূৰ কৰাৰ বাবে আপুনি কি উপায় দিব?

**দাদাশ্রী** ঃ মই এই উপায় দিম যে 'এডজাষ্ট এভৰীহোৱেৰ'। তেওঁ কয় যে, 'খিচৰী বনাম', তো আপুনি 'এডজাষ্ট' হৈ যাব। আৰু

আপুনি কয় যে, 'নহয়, এতিয়া মই বাহিৰলৈ যাম সৎসঙ্গ ত যাম', তেতিয়া তেওঁ এডজাষ্ট হৈ যাব লাগে। যি জনে প্ৰথমে কয়, তেওঁৰ সৈতে এডজাষ্ট হৈ যোৱা।

**প্ৰশ্নকৰ্তা** ঃ তেনেহ'লে প্ৰথমে কোৱাৰ বাবে কাজিয়া হ'ব।

**দাদাশ্ৰী** ঃ হয়, এনে কৰিব। এনে কৰিব কিন্তু তেওঁৰ সৈতে এডজাষ্ট হৈ যাব। কিয়নো তোমাৰ হাতত সত্তা নাই। সেই সত্তা কাৰ হাতত আছে, সেইটো মই জানো। তেনেহ'লে ইয়াতে 'এডজাষ্ট' হোৱাত আপোনাৰ কিবা অসুবিধা আছে ভাই?

**প্ৰশ্নকৰ্তা** ঃ নাই, একোৱেই নাই।

**দাদাশ্ৰী** ঃ ভনী, আপোনাৰ আপত্তি আছেনে?

**প্ৰশ্নকৰ্তা** ঃ নাই

**দাদাশ্ৰী** ঃ তেনেহ'লে তাৰ সমাধান কৰি দিয়ক নে! 'এডজাষ্ট এভৰীহোৱেৰ'! ইয়াতে কিবা আপত্তি আছেনে?

**প্ৰশ্নকৰ্তা** ঃ নাই, একোৱেই নাই।

**দাদাশ্ৰী** ঃ যদি তেওঁ প্ৰথমে কয় যে, আজি পিয়াজৰ পকোৰা, লাৰু, সবজী সকলো বনোৱা, তেতিয়া আপুনি এডজাষ্ট হৈ যাব আৰু আপুনি কয় যে আজি সোনকালে শুই যাম তেনেহ'লে তেখেতে এডজাষ্ট হৈ যাব লাগে। (পতিক উদ্দেশ্য কৰি) আপোনাৰ কোনো বন্ধুৰ তাত যাব লগা থাকে, তথাপিও স্থগিত কৰি সোনকালে শুই যাব। কিয়নো বন্ধুৰ সৈতে জঞ্জাল হ'লে তো দেখা যাব, কিন্তু ইয়াতে ঘৰত হ'বলৈ নিদিব। বন্ধুৰ সৈতে ভালে থাকিবৰ বাবে ঘৰত কাজিয়া কৰে, এনে হ'লে নচলিব। অৰ্থাৎ তেওঁ প্ৰথমে কয় তেনেহ'লে আপুনি এডজাষ্ট হৈ যাব লাগে।

**প্ৰশ্নকৰ্তা** ঃ কিন্তু তেখেতে আঠ বজাত কোৰোবাত মিটিং ত যাব লগা হয় আৰু পত্নীয়ে কয় যে, 'এতিয়া শুই যাওঁক', তেনেহ'লে তেখেতে কি কৰিব?

**দাদাশ্ৰী** ঃ এনেকুৰা কল্পনা নকৰিব? প্ৰকৃতিৰ নিয়ম এই যে 'হোৱেৰ দেয়াৰ ইজ এ উইল দেয়াৰ ইজ এ ৱে' (য'তে সংকল্প, ত'তে পথ!) কল্পনা কৰিব তো বেয়া হ'ব। সেই দিনা তেখেতেই ক'ব যে 'আপুনি সোনকালে যাওঁক, সোনকালে যাওঁক' নিজে গেৰেজলৈকে থবলৈ আহিব, কল্পনা কৰাৰ বাবেই সকলো নষ্ট হয়। এইকাৰণে এখন কিতাপত লিখিছে, 'হোৱেৰ দেয়াৰ ইজ এ উইল দেয়াৰ ইজ এ ৱে' পালন কৰিব পাৰিলেই যথেষ্ট হ'ব। পালন কৰিব নে?

**প্ৰশ্নকৰ্তা** ঃ হয়।

**দাদাশ্ৰী** ঃ লোৱা, প্ৰমিচ্ কৰা। অৰে বাহ! ইয়াকেই কয় শূৰবীৰ! প্ৰমিচ্ কৰিছে।

## ভোজনত এডজাষ্টমেন্ট

ব্যৱহাৰ সঠিক (পালন কৰা) তেতিয়াহে কোৱা হয় যিজনে 'এডজাষ্ট এভৰীহোৱেৰ' হয়! এতিয়া ডেভলপমেন্টৰ সময় আহিছে। মতভেদ হ'ব দিব নালাগে। এইকাৰণে এতিয়া মানুহক মই সূত্ৰ দিছোঁ, 'এডজাষ্ট এভৰীহোৱেৰ'! এডজাষ্ট ,এডজাষ্ট, এডজাষ্ট। কঢ়ী (এক প্ৰকাৰৰ ব্যঞ্জন) কেহা বা তিতা হ'লে বুজি ল'বা যে দাদাজীয়ে এডজাষ্টমেন্ট ল'বলৈ কৈছে। পিছত কঢ়ী অলপ খাই ল'বা। হয়, আচাৰ মনত পৰিলে খুজি ল'ব যে অলপ আচাৰ লৈ আহক। কিন্তু কাজিয়া নকৰিব, ঘৰত কাজিয়া হোৱা উচিত নহয়। নিজে কোনোবা ঠাইত বিপদত পৰিলে, তেতিয়া তাত নিজেই এডজাষ্টমেন্ট কৰি লওঁক, তেতিয়া সংসাৰ সুন্দৰ হৈ পৰিব।

## ভাল নালাগিলেও পালন কৰক

তোমাৰ সৈতে যোনে-যোনে ডিচএডজাষ্ট হ'বলৈ আহে, তেওঁৰ সৈতে তুমি এডজাষ্ট হৈ যোৱা । দৈনন্দিন জীৱনত যদি শাহু-বোৱাৰীৰ মাজত বা জা-ডাঙৰ জাৰ মাজত ডিচএডজাষ্টমেন্ট হয়, তেনেহ'লে যাৰ এই সংসাৰৰ ঘটনাচক্ৰৰ পৰা মুক্তি হোৱাৰ ইচ্ছা, তেওঁ এডজাস্ট হৈ যাব লাগিব । স্বামী-স্ত্ৰীৰ মাজত যদি কোনোবা এজনে ফাট আনে, তেনেহ'লে আনজনে সংযোগ কৰি ল'ব লাগে, তেতিয়াহে সম্বন্ধ ঠিকমতে চলি থাকিব আৰু শান্তি থাকিব । যিয়ে এডজাষ্টমেন্ট ল'ব নোৱাৰে, তাক মানুহে 'মেন্টেল' (পাগল ) ক'য়। এই ৰিলেটিভ সত্যৰ প্ৰতি আগ্ৰহ, জেদ কৰাৰ অলপো প্ৰয়োজন নাই । 'মানুহ' কাক কোৱা হয়, যিজনে এভৰীহোৱেৰ এডজাষ্টেবল হয়। চোৰৰ সৈতেও এডজাস্ট হৈ যাব লাগে।

## শোধৰাব নে এডজাষ্ট হৈ যাব ?

প্ৰত্যেক পৰিস্থিতত আমি সন্মুখৰজনৰ সৈতে এডজাস্ট হৈ গ'লে বহুত কথাই সহজ হৈ যায়। আমি লগত কি লৈ যাম ? কোনোবাই ক'ব যে, 'ভাই, পত্নীক চিধা কৰি দিয়া ' । 'হেৰা, তেওঁক চিধা কৰিব গ'লে তো তুমি টেড়া হৈ যাবা'। এইকাৰণে ৱাইফক চিধা কৰিব নাযাবা, যেনে আছে তাকেই কৰেক্ট ক'বা । আপোনাৰ তেওঁৰ সৈতে চিৰদিনৰ লেন-দেন (সম্বন্ধ) হ'লে বেলেগ কথা, এইটো জনমতহে, তাৰ পিছত নাজানো ক'ত হেৰাই যাব। দুয়োজনৰ মৃত্যুকাল বেলেগ, দুয়োজনৰ কৰ্ম বেলেগ ! একো লেনা ও নাই আৰু দেনা ও নাই ! এই ঠাইৰ পৰা তেওঁ কাৰ তাত যাব তাৰ কি ঠিকনা ? আপুনি তেওঁক চিধা কৰিব আৰু আগৰ জনমত যাব কোনো অন্যৰ ভাগত !

এইকাৰণে আপুনি তেওঁক চিধা কৰিবও নালাগে আৰু তেৰোঁ আপোনাক চিধা কৰিব নালাগে । যেনে পালে, সোনৰ তুল্য। প্ৰকৃতি কাৰো কেতিয়াও চিধা হ'ব নোৱাৰে । কুকুৰৰ নেজ টেড়াৰ টেড়ায়ে থাকিব। এইকাৰণে আপুনি সাবধান হৈ খোজ দিয়ক । যেনে আছে তেনেই ঠিকে আছে, 'এডজাষ্ট এভৰীহোৱেৰ' ।

## পত্নী হ'ল 'কাউন্টাৰ ওৱেট'

**প্ৰশ্নকৰ্তা** ঃ মই ৱাইফৰ সৈতে এডজাষ্ট হোৱাৰ বহুত চেষ্টা কৰোঁ, কিন্তু এডজাষ্টমেন্ট নহয়।

**দাদাশ্ৰী** ঃ এই সকলো হিচাবৰ অনুসৰি হয়! বেকা বলটু আৰু বেকা নাট, তাত চকা চিধাকৈ ঘূৰালে কিদৰে কাম চলিব ? আপোনাৰ এনেকুৱা ভাৱ হ'ব পাৰে যে এই স্ত্ৰী জাতি এনেকুৱা কিয় ? কিন্তু স্ত্ৰী জাতি তো আপোনাৰ 'কাউন্টাৰ ওৱেট' হয়। যিমানে আপোনৰ দোষ, সিমানে তেওঁ টেড়া; এইকাৰণেই তো সকলো 'ব্যৱস্থিত' এনেকৈ মই কৈছোঁ নহয় !

**প্ৰশ্নকৰ্তা** ঃ সকলোৱেই আমাক চিধা কৰিবলৈ আহিছে, এনে ভাৱ হয়।

**দাদাশ্ৰী** ঃ সেই তো আপোনাক চিধা কৰিবই লাগিব । চিধা নহ'লে কি সংসাৰ চলিব ? চিধা নহ'লে পিচত পিতা কেনেদৰে হ'ব ? চিধা হ'ব তেতিয়াহে পিতা হ'ব পাৰিব । স্ত্ৰী জাতি অলপ এনেকুৱা যে সিহঁতে পৰিবৰ্তন নহয়, এইকাৰণে আমি পৰিবৰ্তন হ'ব লাগিব । সেয়া সহজ জাতি, সিহঁতৰ পৰিবৰ্তন হ'ব এনেকুৱা নহয়।

ৱাইফ, সেইটো কি বস্তু ?

**প্ৰশ্নকৰ্তা** ঃ আপুনি কওঁক ।

**দাদাশ্ৰী** ঃ ৱাইফ ইজ দি কাউন্টাৰ ওৱেট অফ ম্যান । সেই কাউন্টাৰ ওৱেট যদি নাথাকে তেতিয়া মানুহজনেই ভাঙি পৰিব ।

**প্ৰশ্নকৰ্তা** ঃ এইটো বুজি পোৱা নাই ।

**দাদাশ্ৰী** ঃ ইঞ্জিনত কাউন্টাৰ ওৱেট ৰখা হয়, নহ'লে ইঞ্জিন চলি চলি ভাঙি যাব । এইদৰেই মানুহৰ কাউন্টাৰ ওৱেট স্ত্ৰী হয় । স্ত্ৰী থাকিলেতো ভাঙি নপৰিব । নহ'লে দৌৰা-দৌৰি কৰিও কোনো ঠিকনা নাথাকিলে হয়, আজি ইয়াতে নতুবা কালি ক'ৰ পৰা কোন ঠাইত গুচি গ'লহেঁতেন । পত্নী আছে কাৰণেই তেওঁ উভতি ঘৰলৈ আহে, নহ'লে তেওঁ ঘৰ উভতিলে হয় নে ?

**প্ৰশ্নকৰ্তা** ঃ নাহিলে হয়।

**দাদাশ্ৰী** ঃ স্ত্ৰী কাউন্টাৰ ওৱেট হয় তেওঁৰ ।

### সংঘাত, অৱশেষত অন্ত পায়

**প্ৰশ্নকৰ্তা** ঃ দুপৰীয়ালৈ ৰাতিপুৱা হোৱা সংঘাত পাহৰি যাওঁ আৰু সন্ধিয়ালৈ পুনৰ নতুন হয়।

**দাদাশ্ৰী** ঃ মই এইটো জানো যে সংঘাত কোন শক্তিৰ দ্বাৰা হয়। তেওঁ বিপৰীতে কয়, তাতে কোনটো শক্তি কাম কৰিছে ? কোৱাৰ পিছত পুনৰ 'এডজাষ্ট' হৈ যায়, এই সকলোবোৰ জ্ঞানৰ দ্বাৰা বুজা যায়, এনেকুৱা । তথাপিও সংসাৰত 'এডজাষ্ট' হ'ব লাগিব । কিয়নো প্ৰত্যেক বস্তুৰেই অন্ত আছে । আৰু ধৰি লোৱা সেই বস্তু অধিক সময়লৈকে চলিলেও আপুনি তেওঁক 'হেল্প' কৰা নাই, বৰং অধিক লোকচান কৰিছে । আপুনি আপোনাৰ নিজৰ আৰু সন্মুখৰ জনৰো লোকচান কৰিছে ।

## অথবা প্ৰাৰ্থনাৰ এডজাষ্টমেন্ট

**প্ৰশ্নকৰ্তা** ঃ সন্মুখৰ জনক বুজাবৰ বাবে মই মোৰ পুৰষাৰ্থ কৰিলোঁ, তাৰপিছত তেওঁ বুজে - নুবুজে সেইটো তেওঁৰ পুৰষাৰ্থ ?

**দাদাশ্ৰী** ঃ আমাৰ দায়িত্ব ইমানেই যে আমি তেওঁক বুজাও। যদি তেওঁ নুবুজে তো তাৰ উপায় নাই । তাৰ পিছত আপুনি ইমানখিনিয়ে ক'ব যে , 'হে দাদা ভগৱান ! এওঁক সদবুদ্ধি দিয়ক ।' ইমানখিনিয়ে ক'ব লাগিব । তেওঁক মাজত ওলমাই থ'ব নোৱাৰে । এয়া কোনো গপ্প নহয়। এয়া 'দাদাজী'ৰ 'এডজাষ্টমেন্ট ' ৰ বিজ্ঞান, আশ্চৰ্য্যজনক এই 'এডজাষ্টমেন্ট' । আৰু য'ত 'এডজাষ্ট' হ'ব নোৱাৰে, তাত তাৰ সোৱাদো নিশ্চয়ই অনুভৱ হৈছে আপোনাৰ ? 'ডিচএডজাষ্টমেন্ট' এ মূৰ্খতা । কিয়নো তেওঁ ভাবে যে মই স্বামিত্ব এৰি নিদিও আৰু মোৰ কথামতেই সকলোৱে চলিব লাগিব । এনেকুৱাকৈ মানি চলিলে গোটেই জীৱন ভোকত মৰিবা আৰু এদিনাখন কাঁহিত 'পোইজন' (বিষ) আহি পৰিব ! সহজৰূপত যি চলিছে, সেয়া চলিব দিয়া ! এইটো কালিযুগ । বাতাবৰণেই কেনেকুৱা ?! এইকাৰণে যেতিয়া পত্নীয়ে কয় যে, 'আপুনি নালায়ক হয়।' তেতিয়া ক'ব, 'বহুত ভাল ।'

## টেঁড়া (কুটিল) প্ৰকৃতিৰ সৈতে এডজাষ্ট হৈ যাওঁক

**প্ৰশ্নকৰ্তা** ঃ ব্যৱহাৰত থাকিব লগা হয়, এইকাৰণে 'এডজাষ্টমেন্ট' একপক্ষীয় হ'ব নালাগে, নহয় নে ?

**দাদাশ্ৰী** ঃ ব্যৱহাৰ তো সেইটোকেই ক'ব যে, এডজাষ্ট হৈ যায় যাতে ওচৰ-চুবুৰীয়াও কয় যে 'সকলো ঘৰতে কাজিয়া হয়, কিন্তু এইখন ঘৰত কাজিয়া নহয়।' তেওঁৰ ব্যৱহাৰ সৰ্বোত্তম কোৱা হয়। যাৰ সৈতে ভাল নালাগে , তাতেই শক্তি বিকশিত কৰিব লাগিব । অনুকূল

লাগে য'ত, তাত শক্তি আছেই ।প্ৰতিকূল লাগে,সেইটো দুৰ্বলতা । মোৰ সকলোৰে সৈতে কিয় অনুকূলতা থাকে ? যিমান এডজাষ্টমেন্ট ল'বা, সিমানে শক্তি বাঢ়িব আৰু দুৰ্বলতাৰ নাশ হ'ব । সঠিক বোধগম্যতা তেতিয়াহে আহিব, যেতিয়া সমস্ত উলটা বোধ শক্তি বিদূৰ হ'ব।

নম্ৰ স্বভাৱৰ লোকৰ সৈতে প্ৰত্যেকেই এডজাষ্ট হ'ব কিন্তু টেঢ়া (কুটিল), কঠোৰ, খঙাল প্ৰকৃতিৰ লোকৰ সৈতে, সকলোৰে সৈতে এডজাষ্ট হ'ব পাৰিলে তেতিয়াহে কাৰ্য সিদ্ধ হ'ব । যিমানেই নিলাজ-লম্পট মানুহ নহওঁক কিয়, তথাপিও তাৰ সৈতে এডজাষ্ট হ'ব পৰা যায়, মনৰ স্থিৰতা নেহেৰায়, সেয়াহে কামৰ কথা। খং কৰিলে তো নচলিব । জগতৰ কোনো বস্তুৱেই আমাক 'ফিট' নহ'ব, আমি এ তাত 'ফিট' হৈ যাওঁ তেনেহ'লে সংসাৰ সুন্দৰ আৰু তাক 'ফিট' কৰিবলৈ গ'লে সংসাৰ অসুন্দৰ । এইকাৰণেই এডজাষ্ট এভৰীহোৱেৰ! আপুনিয়েই তাত 'ফিট' হৈ যোৱা তো কোনো অসুবিধা নাই ।

## ডোন্ট টী ল', চেট্ল !

সন্মুখৰজন টেঢ়া হয় তথাপিও জ্ঞানী তাৰ সৈতে এডজাষ্ট হৈ যায়। 'জ্ঞানীপুৰুষ' ক অনুসৰণ কৰি চলিলে সকলো ধৰণৰ এডজাষ্টমেন্ট লোৱা শিকি যাব । ইয়াৰ অন্তৰনিহিত চাইন্স এ কি কয়-বীতৰাগ হৈ যাওঁক, ৰাগ-দ্বেষ নকৰিব । এয়া ভিতৰত কিছু আসক্তি থাকি যায়, এইকাৰণেই মাৰ খাব লগা হয় । ব্যৱহাৰত যিয়ে একপক্ষীয় নিস্পৃহ হৈ গৈছে, তাকে টেঢ়া কোৱা হয়। আপোনাৰ প্ৰয়োজন হ'লে, সন্মুখৰজন টেঢ়া হ'লেও তাক সন্তুষ্ট কৰি ল'ব লাগিব । ষ্টেচনত শ্ৰমিকৰ প্ৰয়োজন হ'লে আৰু সি আওঁকান কৰে, তেনেহ'লেও তাক চাৰি টকা বেছি দি ও সন্তুষ্ট কৰি ল'ব লাগিব আৰু সন্তুষ্ট নকৰে যদি সেই বেগ আমি নিজেই উঠাব লাগিব, নহয় নে !

ডোণ্ট চী ল'জ, প্লীজ চেট্‌ল । সন্মুখৰজনক চেটেলমেণ্ট ল'বলৈ কোৱা, 'আপুনি এনেকুৱা কৰক, তেনেকুৱা কৰক' এনেকুৱাকৈ কোৱাৰ সময়ে ক'ত ? সন্মুখৰজনৰ এশ ভুল হ'লেও, আপুনি তো 'নিজৰেই ভুল' কৈ আগ বাঢ়ি যাব লাগিব । এই যুগত ল (নিয়ম) কি চোৱা হয় ? এই তো শেষ সীমা পৰ্য্যন্ত আহি পাইছে। য'তেই চাব তাতেই ল'ৰা-ঢপৰা (দৌৰা-দৌৰি), ব্যস্ততা! মানুহে সমস্যাত পৰিছে । ঘৰলৈ গ'লে ৱাইফৰ অভিযোগ, সন্তানৰ অভিযোগ, চাকৰীত গ'লে তো মালিকৰ অভিযোগ, ৰেলত গ'লে ভিৰৰ খুন্দা খাব লগা হয়। ক'তো শান্তি নাই । শান্তি তো থাকিব লাগে, নহয় নে ? কোনোবাই কাজিয়া কৰে তো তাৰ ওপৰত দয়া আহিব লাগে যে 'অৰে, ইয়াৰ কিমান অশান্তি হৈছে যে কাজিয়া কৰিছে !' যিয়ে আকুল হয়, সিহঁতে সকলোৰেই দুৰ্বল হয়।

## অভিযোগ ? নহয়, 'এডজাষ্ট'

কথাটো এনেকুৱা যে, ঘৰতো 'এডজাষ্ট' হ'ব জানিব লাগে । আপুনি সৎসঙ্গৰ পৰা পলমকৈ ঘৰ উভতিলে ঘৰৰ মানুহে কি ক'ব ? 'অলপ হ'লেও তো সময়ৰ হিচাপ ৰাখিব নালাগে নে ?' যদি আমি সোনকালে ঘৰলৈ যাওঁ তাতে কি অসুবিধা ? বলদে আগবাঢ়ি নযোৱাত তেলী তাক জোং দি খোঁচা মাৰে, তাৰ সলনি সি আগবাঢ়ি গৈ থাকে যদি কোনোৱেও তাক জোংৰে খোঁচা নামাৰিব, নহয় নে ! নহ'লে তেলী জোংৰে খোঁচা মাৰিব আৰু সি আগবাঢ়ি যাব লাগিব । আগবাঢ়ি তো যাব লাগিবই, নহয় নে? অপুনি দেখিছে নে এনেকুৱা ? জোং য'ত আগৰ ফালে গজাল থাকে, সেই দি খোঁচা মাৰে, বোবা প্ৰাণী কি কৰিব? সি কাক অভিযোগ কৰিব ?

এই মানুহবোৰক যদি কোনোবাই জোংৰে খোঁচা মাৰে তো সিহঁতক বচাবলৈ অন্য মানুহ আগবাঢ়ি আহিব, কিন্তু সেই বোবা প্ৰাণী কাক অভিযোগ কৰিব ? এতিয়া তাৰ এনেকুৱা মাৰ খোৱাৰ সময় কিয় আহিল ? কিয়নো আগতে অনেক অভিযোগ কৰিছিল। তাৰে এই পৰিণাম আহিছে । সেইসময়ত সত্তাত আছিল, তেতিয়া অভিযোগৰ ওপৰত অভিযোগ কৰিছিল। এতিয়া সত্তাত নাই, এইকাৰণেই অভিযোগ নকৰাকৈ থাকিব লাগিব । এইকাৰণে এতিয়া 'প্লাস- মাইনস' কৰি দিয়া। ইয়াৰ সলনি ফৰিয়াদীয়েই নহ'ব । তাতে কি ভুল ? ফৰিয়াদী হ'লে তেতিয়াহে অপৰাধী হোৱাৰ সময় আহিব, নহয় নে ? আমি তো অপৰাধীও হ'ব নালাগে আৰু ফৰিয়াদীও হ'ব নালাগে! সন্মুখৰজনে গালি দি গ'লে, সেয়া জমা কৰি ল'ব । ফৰিয়াদী নহ'বই । আপুনি কি ভাবে ? ফৰিয়াদী হোৱা উচিত নে ? কিন্তু তাৰ সলনি আগৰ পৰাই এডজাষ্ট হৈ যাওঁ, তো তাতে কি ভুল ?

**উল্টা কোৱাৰ পিছত**

ব্যৱহাৰত 'এডজাষ্টমেন্ট' কৰাটোকেই এই কালত 'জ্ঞান' কোৱা হয়। হয়, এডজাষ্টমেন্ট ল'ব। এডজাষ্টমেন্ট ভাঙিছে, তেতিয়াও এডজাষ্ট কৰি ল'ব । আপুনি তেওঁক ভাল-বেয়া কৈ দিছে । এনেকৈ কোৱা, এই আপোনাৰ হাতত নাই । আপুনিও কেতিয়াবা কয় নে নকয় ? কিন্তু পিছত তৎক্ষনাতেই বুজি পোৱা যে ভুল হৈ গৈছে । বুজি নপোৱাকৈ নাথাকে, কিন্তু সেই সময়ত আমি এডজাষ্ট কৰিবলৈ নাযাওঁ । পিচত তৎক্ষনাতেই তাৰ ওচৰলৈ গৈ ক'ব লাগে যে ,'ভাই' মোৰ মুখেৰে সেই সময়ত ভাল-বেয়া কৈ দিছিলোঁ, মোৰ ভুল হৈছে , এইকাৰণে মোক ক্ষমা কৰিবা !' তেতিয়া এডজাষ্টমেন্ট হৈ গ'ল। ইয়াতে কিবা অসুবিধা আছে ?

**প্ৰশ্নকৰ্তা** ঃ নাই, কোনো অসুবিধা নাই ।

## সকলো ঠাইতে এডজাষ্টমেন্ট

**প্ৰশ্নকৰ্তা** ঃ অনেক বাৰ এনেকুৱা হয় যে একেই সময়তে দুজন ব্যক্তিৰ সৈতে একেই বিষয়তে 'এডজাষ্টমেন্ট' ল'ব লগা হয়, তেতিয়া দুয়োজনকে কেনেদৰে বুজোৱাত সামৰ্থ্য হ'ব পৰা যায়?

**দাদাশ্ৰী** ঃ দুয়োজনৰ সৈতেই (এডজাষ্টমেন্ট) ল'ব পৰা যায় । হেৰো, সাতজনৰ সৈতে ল'ব লগা হ'লেও ল'ব পৰা যায়। এজনে সুধে,'মোৰ কি কৰিলে ? ' তেতিয়া ক'ব,'হয়, ভাই, আপুনি কোৱাৰ নিচিনাকৈ কৰিম।' দ্বিতীয় জনকও এনেকুৱাকৈ ক'ব যে, 'আপুনি যেনেকৈ কৈছে তেনেকৈ কৰিম।' 'ব্যৱস্থিত'ৰ বাহিৰে একোৰেই নহয়। এইকাৰণে কোনো প্ৰকাৰেও কাজিয়া হ'বলৈ নিদিব। মূখ্য বস্তু 'এডজাষ্টমেন্ট'। 'হয়' কোৱাত মুক্তি ।আমি 'হয়' কওঁ, তাৰপিছতও 'ব্যৱস্থিত'ৰ বাহিৰত কিবা হ'ব নে ? কিন্তু 'নহয়' ক'ব তো ভীষণ ঝেমেলা (মহা-উপাধি) !

ঘৰত স্বামী -স্ত্ৰী দুয়োজনে নিশ্চিত কৰে যে আমি 'এডজাষ্ট' হম, তেনেহ'লে দুয়োজনৰেই সমাধান আহিব। তেওঁ অধিক টনা-টনি কৰে, তেতিয়া আমি 'এডজাষ্ট' হৈ গ'লে সমাধান ওলাব ।এজন মানুহৰ হাতত বেদনা হৈছিল, কিন্তু তেওঁ অন্যক কোৱা নাছিল, আৰু অন্য হাতেৰে সেইখন হাতক ডবাই 'এডজাষ্ট' কৰিছিল। এনেকুৱাকৈ 'এডজাষ্ট' কৰিব পাৰিলেহে সমাধান ওলাব । যদি 'এডজাষ্ট এভৰীহোৱেৰ' নহয় তো সকলোৱে পাগল হৈ যাব । সন্মুখৰ জনক বিৰক্ত কৰিছিল,এই কাৰণেই পাগল হৈছে। কুকুৰক এবাৰ বিৰক্ত কৰিব, দুবাৰ, তিনিবাৰ বিৰক্ত কৰিব, তেতিয়ালৈকে সি আমাৰ সন্মান ৰাখিব, কিন্তু আকৌ বাৰে-বাৰে বিৰক্ত কৰি থাকিলে সি ওঁ আমাক কামুৰি দিব। সি ওঁ বুজি পাই যে এওঁ সদায় বিৰক্ত কৰে, এওঁ নালায়ক, নিৰ্লজ্জ। এইটো বুজিব লগা কথা। অলপো ঝঞ্ঝটেই নকৰিব, 'এডজাষ্ট এভৰীহোৱেৰ'।

যিয়ে ‘এডজাষ্ট’ হোৱাৰ কলা শিকিছে, তেওঁ সংসাৰৰ পৰা ‘মোক্ষ’ ৰ ফালে ঘূৰি গৈছে। ‘এডজাষ্টমেন্ট’ হৈছে , জ্ঞান । যিয়ে ‘এডজাষ্টমেন্ট’ শিকিছে, তেওঁ পাৰ হৈ গৈছে । যি ভুগিব লগা আছে, সেয়া তো ভুগিবই লাগিব। কিন্তু যিয়ে ‘এডজাষ্টমেন্ট’ ল’বলৈ শিকি গৈছে, তাৰ কোনো বাধা-বিঘিনি নহ’ব, হিচাপ পৰিশোধ হৈ যাব । কেতিয়াবা ডকাইতৰ সন্মুখীন হ’লে, যদি ডিচএডজাষ্টমেন্ট হয় তেনেহ’লে সি মাৰিব । তাৰ সলনি আমি নিশ্চিত কৰোঁ যে তাৰ সৈতে ‘এডজাষ্ট’ হৈ কাম উলিয়াই ল’ব লাগিব। তাৰ পিছত তাক সুধিব যে,‘ভাই’ তোমাৰ কি ইচ্ছা? ‘চোৰা ভাই, মই যাত্ৰাত ওলাইছোঁ ।’ (এইদৰে) তাৰ সৈতে ‘এডজাষ্ট’ হৈ যাওঁক।

পত্নীয়ে খাবলৈ সাজিছে, তাত ভুল-ক্ৰটি উলিয়ালে সেইটো ব্লণ্ডৰ্স। এনেকৈ ভুল উলিয়াব নালাগে। যেন নিজে কেতিয়াও ভুল নকৰে, এইদৰে কথা কয়। হাউ টু এডজাষ্ট ? এডজাষ্টমেন্ট ল’ব লাগে। যাৰ সৈতে সদায় থাকিব লাগিব, তেওঁৰ সৈতে এডজাষ্টমেন্ট লব নালাগে নে ? নিজৰ পৰা কোনোবাই দুখ পাই, তাক ভগবান মহাবীৰৰ ধৰ্ম কেনেকৈ ক’ব ? আৰু ঘৰৰ মানুহবোৰক তো অৱশ্যই দুখ দিবই নালাগে।

## ঘৰ এখন বাগিচা

এজন ভাই মোক কৈছিল যে, ‘দাদাজী’ মোৰ পত্নীয়ে ঘৰত এনেকুৱা কৰে, তেনেকুৱা কৰে ।’ তেতিয়া মই তেওঁক ক’লো যে আপোনাৰ পত্নীক শুধিলে তো তেওঁ কি ক’ব যে ‘মোৰ স্বামী নিৰ্বোধ হয়।’ এতিয়া ইয়াত আপুনি নিজৰ একান্তেই ন্যায় কিয় বিচাৰিছে?

তেতিয়া সেই ভাইজনে ক'লে যে, 'মোৰ তো ঘৰ নষ্ট হৈছে, সন্তান বেয়া হৈছে, পত্নী বেয়া হৈছে।' মই কলো,'একোই বেয়া হোৱা নাই।' আপুনি সেয়া 'চাব' নাজানে। ঘৰখন 'চাবলৈ' জানিব লাগে ।

ঘৰত এডজাষ্টমেন্ট নহয়, তাৰ কাৰণ কি ? পৰিবাৰত বেছি সদস্য হ'লে, তেওঁলোক সকলোৰে সৈতে তাল-মেল নাথাকে। পিছত তিলকে তাল কৰাৰ নিচিনা হৈ যায়। সেয়া কি কাৰণে হয়? মানুহৰ যিটো স্বভাৱ, সকলোৰে একে ধৰণৰ নহয়। যেনেকুৱা যুগ হয়, তেনেকুৱা স্বভাৱ হৈ যায় । সত্যযুগত পাৰস্পৰিক মিল থাকে । ঘৰত এশ জন সদস্য থাকিলেও দাদাজীয়ে যি কয়, সেই অনুসৰি সকলোৱে চলিছিল আৰু এই কলিযুগত তো দাদাজীয়ে কিবা ক'লে তেওঁক ডাঙৰ- ডাঙৰ গালি শুনাই দিয়ে। বাপেকে কিবা কয় তো বাপেককো তেনেকৈ শুনাই দিয়ে ।

এতিয়া মানুহ তো মানুহেই, কিন্তু আপুনি চিনিব নাজানে। ঘৰত পঞ্চাশজন মানুহ আছে, কিন্তু আপুনি চিনিব নাজানে, এইকাৰণে কাজিয়া-পেচাল হৈ থাকে । তেওঁলোকক চিনিব তো লাগিব নহয়। ঘৰত এজন ব্যক্তিয়ে অনৰ্থক বাদ-বিবাদ কৰে তো সেই তাৰ স্বভাৱ এ। এইকাৰণে আপুনি এবাৰ বুজি ল'ব লাগিব যে এওঁ এনেকুৱাই । আপুনি সঁচাকৈ চিনিব পাৰে যে এওঁ এনেকুৱাই? তেনেহ'লে তাতে আৰু কিবা অনুসন্ধান কৰাৰ প্ৰয়োজন আছে নেকি ? আপুনি চিনিব পাৰিছে , তেনেহ'লে একোও অনুসন্ধান কৰাৰ প্ৰয়োজন নাথাকে। কাৰোবাৰ ৰাতি দেৰীকৈ শুৱাৰ অভ্যাস হয় আৰু কাৰোবাৰ সোনকালে শুৱাৰ অভ্যাস, তেওঁলোক দুয়োৰে সমন্বয় কেনেকৈ হ'ব ? আৰু পৰিবাৰত সকলো সদস্য একেলগে থাকে তেনেহ'লে কি হব? ঘৰত এজন ব্যক্তি এনেকুৱাকৈ কওঁতাও থাকে যে 'আপুনি নিৰ্বোধ হয়', তেতিয়া আপুনি এনেকুৱাকৈ বুজি লব

লাগিব যে এওঁৰ কথাই এনেকুৰা। এইকাৰণে আপুনি এডজাষ্ট হৈ যাব লাগে । তাৰ সলনি যদি আপুনি প্ৰত্যুত্তৰ দিয়ে তো আপুনি ভাগৰি পৰিব। কিয়নো সি তো আপোনাৰ সৈতে খুন্দিয়ালে, কিন্তু আপুনিও তাৰ সৈতে খুন্দিয়াই তো আপোনাৰো চকু নাই এনেকুৰা প্ৰমাণিত হৈ গ'ল, নহয় নে? মই ক'ব বিচাৰিছোঁ যে প্ৰকৃতিৰ চাইন্স জানক। বাকী, আত্মা তো বেলেগ বস্তু।

## বিভিন্ন, বাগিচাৰ ফুলৰ ৰং-সুগন্ধ

আপোনাৰ ঘৰ হ'ল এখন বাগিচা । সত্যযুগ, ত্ৰেতা আৰু দ্বাপৰ যুগত ঘৰ খেতিৰ নিচিনা আছিল । ক'ৰবাত অকল গোলাপেই আছিল, আন ক'ৰবাত আছিল অকল চম্পা । আজিকালি ঘৰ বাগিছাৰ নিচিনা হৈ গৈছে। এইকাৰণে আমি এইটো মোগৰা নে গোলাপ এনেকৈ পৰীক্ষা কৰিব নালাগে নে ? সত্যযুগত এনেকুৰা আছিল যে এখন ঘৰত গোলাপ হ'লে সকলোৱেই গোলাপ আৰু অন্য ঘৰত মোগৰা হ'লে অন্য সকলোৱেই মোগৰা হৈছিল। এখন পৰিবাৰত সকলোবোৰ গোলাপৰ গছ, এখন খেতিৰ নিচিনা, এইকাৰণে অসুবিধা হোৱা নাছিল আৰু আজিকালি বাগিছাৰ নিচিনা হৈ গৈছে । এখন ঘৰতে এজন গোলাপৰ নিচিনা আৰু অন্যজন মোগৰাৰ নিচিনা । এইকাৰণে গোলাপে চিঞৰে যে তুমি মোৰ নিচিনা কিয় নহয়? তোমাৰ ৰং চোৱা, কেনেকুৰা বগা, মোৰ ৰং কিমান সুন্দৰ! তেতিয়া মোগৰাই ক'ব যে তোৰ তো অকল কাঁহট আছে । এতিয়া গোলাপ হ'লে তো কাইট থাকিবই, মোগৰা হ'লে তো কাঁইট নাথাকিব। মোগৰাৰ ফুল বগা হ'ব, গোলাপৰ ফুল গোলোপীয়া হ'ব, লাল হ'ব। এই কলিযুগত এখন ঘৰতে বেলেগ-বেলেগ গছ হয়। অৰ্থাৎ ঘৰ বাগিছাৰ নিচিনা হৈ গৈছে। কিন্তু এই তো নিৰীক্ষণ কৰিবলৈ

নাজানে, তেওঁৰ কি হ'ব ? তেওঁৰ দুখ তো হ'বই ! জগতৰ এই নিৰীক্ষণ কৰাৰ দৃষ্টি নাই । অন্যথা,কোনো বেয়া নহয়েই। এই মতভেদ তো নিজৰ অহংকাৰৰ কাৰণে হয়। যোনে চাব নাজানে, তেওঁৰ অহংকাৰ আছে । মোৰ অহংকাৰ নাই কাৰণে সমস্ত জগতৰ কাৰোৱে সৈতে মোৰ মতভেদ নহয়। মই চাবলৈ জানো যে এইটো 'গোলাপ', এইটো 'মোগৰা', এইটো 'ধতুৰা', এইটো তীতা 'কুদৰু' ৰ ফুল। এনেকুৱাকৈ সকলো মই চিনি পাওঁ। মানে বাগিছাৰ নিচিনা হৈ গৈছে । এইটো প্ৰশংসনীয় নহয় নে ? আপুনি কি ভাৱে ?

**প্ৰশ্নকৰ্তা** ঃ ঠিকে আছে ।

**দাদাশ্ৰী** ঃ কথা তো এনেকুৱা যে, প্ৰকৃতিত পৰিবৰ্তন নহয়। সেই তো যেনেকুৱাৰ তেনেকুৱাই বস্তু, তাতে পাৰ্থক্য নহয়। মই প্ৰত্যেক প্ৰকৃতিক জানিছোঁ, এইকাৰণে তৎক্ষণাৎ চিনি পাওঁ। এইকাৰণে মই প্ৰত্যেকৰে সৈতে তেওঁৰ প্ৰকৃতি অনুসৰি থাকোঁ। সূৰ্য্যৰ সৈতে যদি আমি দুপৰীয়া বাৰ বজাত বন্ধুত্ব কৰোঁ তেতিয়া কি হ'ব ? এইদৰে যদি আমি বুজি লওঁ যে এই গ্ৰীস্মৰ সূৰ্য্য, এই শীতৰ সূৰ্য্য এনেকুৱাকৈ সকলো বুজিলে কিবা অসুবিধা হ'ব নে ?

মই প্ৰকৃতি চিনি পাওঁ, এইকাৰণে আপুনি খুন্দিয়াব বিচাৰিলেও মই খুন্দিয়াব নিদিওঁ, মই আঁতৰি যাম । নহ'লে দুয়োৰেই এক্সিডেন্ট হৈ যাব আৰু দুয়োৰেই স্পেয়ৰপাৰ্টচ ভাঙি যাব । কাৰোবাৰ বাম্পাৰ ভাঙি যায় তো ভিতৰত বহি থকা সকলৰ কি অৱস্থা হ'ব ? বহি থকা সকলৰ তো দুৰ্দশা নহ'ব নে ! এইকাৰণে প্ৰকৃতি চিনক । ঘৰত প্ৰত্যেকৰেই প্ৰকৃতি চিনি ল'ব লাগিব ।

এই কলিযুগত প্ৰকৃতি খেতিৰ নিচিনা নহয়, বাগিচাৰ নিচিনা । এজন চম্পা, অন্যজন গোলাপ, মোগৰা, চামেলী আদি । এইকাৰণে

সকলো ফুলেই কাজিয়া কৰে । এজনে ক'ব যে মোৰ এনেকুৰা, তো অন্যজনে ক'ব যে মোৰ এনেকুৰা । তেতিয়া এজনে ক'ব যে তোমাৰ কাঁইট আছে, আঁতৰি যা, তোৰ সৈতে কোনে ঠিয় হ'ব ? এনেকুৰাকৈ কাজিয়া চলিয়েই থাকে ।

## কাউন্টাৰ পুলীৰ চমৎকাৰ

আমি নিজৰ অভিপ্ৰায় প্ৰথমে ৰাখা উচিত নহয়। সন্মুখৰজনক সুধিব যে এই বিষয়ে আপুনি কি ক'ব বিচাৰিছে ? সন্মুখৰজনে নিজৰ মত ধৰি ৰাখে, তো মই নিজৰ কথা এৰি দিওঁ । আমি তো এইটোৱেই চাব লাগে যে কেনেকৈও যাতে সন্মুখৰজনৰ দুখ নহয়। নিজৰ অভিপ্ৰায় সন্মুখৰজনৰ ওপৰত জাপি দিব নালাগে। সন্মুখৰজনৰ অভিপ্ৰায় আপুনি ল'ব লাগে । মই তো সকলোৰে অভিপ্ৰায় স্বীকাৰ কৰি 'জ্ঞানী' হৈছোঁ। মই নিজৰ অভিপ্ৰায় কাৰোবাৰ ওপৰত জাপি দিলে তো মই অবুজ হৈ যাম । নিজৰ অভিপ্ৰায়ৰ দ্বাৰা কোনো লোকৰে দুখ হ'ব নালাগে ।

আপোনাৰ 'ৰিভলিউশ্বন' ওঠৰ শৰ হয় আৰু অন্যজনৰ ছয় শৰ হয় আৰু আপুনি নিজৰ অভিপ্ৰায় তেওঁৰ ওপৰত জাপি দিলে, তো তেওঁৰ 'ইঞ্জিন' ভাঙি যাব। তেওঁৰ সমস্ত 'গীয়াৰ' সলাব লাগিব।

**প্ৰশ্নকৰ্তা** ঃ 'ৰিভলিউশ্বন' মানে কি ?

**দাদাশ্ৰী** ঃ এই যিটো চিন্তা কৰাৰ স্পীড, সেইটো প্ৰত্যেকৰে বেলেগ-বেলেগ হয়। কিবা ঘটনা ঘটিলে মন এ এক মিনিটত কিমানবোৰ দেখাই দিয়ে, তাৰ সমস্ত পৰ্য্যায় 'অ্যাট এ টাইম' দেখাই দিয়ে। এই ডাঙৰ-ডাঙৰ প্ৰেজিডেন্ট সকলৰ এক মিনিটত বাৰ শ 'ৰিভলিউশ্বন' ঘূৰে আৰু মোৰ পাঁচ হাজাৰ আৰু ভগবান মহাবীৰৰ লাখ 'ৰিভলিউশ্বন' ঘূৰিছিল !

এই মতভেদ হোৱাৰ কাৰণ কি? আপোনাৰ পত্নীৰ এশ 'ৰিভলিউশ্বন' থাকে আৰু আপোনাৰ পাঁচ শ 'ৰিভলিউশ্বন' থাকে আৰু আপুনি মাজত 'কাউন্টাৰ পুলী' দিব নাজানে, এইকাৰণে স্ফুলিঙ্গ উৎপন্ন হয় আৰু কাজিয়া হৈ থাকে। হেৰা ! কেতিয়াবা - কেতিয়াবা তো 'ইঞ্জিন' ও ভাঙি যায়। 'ৰিভলিউশ্বন' মানে বুজিলে নে আপুনি? আপুনি এই বনুৱাৰ সৈতে কথা ক'লে তো আপোনাৰ কথা সি বুজি নাপাব। তাৰ 'ৰিভলিউশ্বন' পঞ্চাশ আৰু আপোনাৰ পাঁচ শ থাকে। কাৰোবাৰ হাজাৰ হয়, কাৰোবাৰ বাৰ শ হয়, যেনেকুৱা যাৰ ডেভেলপমেন্ট হয়, সেই অনুসৰি 'ৰিভলিউশ্বন' হয়। মাজত 'কাউন্টাৰ পুলী' দিলেহে সি আপোনাৰ কথা বুজিব পাৰিব। 'কাউন্টাৰ পুলী' মানে আপুনি মাজত পেটী দি আপোনাৰ ৰিভলিউশ্বন কম কৰিব লাগিব। মই প্ৰত্যেক মানুহৰ সৈতে 'কাউন্টাৰ পুলী' দি দিওঁ। অকল অহংকাৰ গুচি গ'লেই কাম হ'ব এনে নহয়। 'কাউন্টাৰ পুলী' ও প্ৰত্যেকৰে সৈতে দিব লগা হয়। এইকাৰণে মোৰ কাৰোঁ সৈতে মতভেদেই নহয়। মই জানো যে এই ভাই ৰ ইমানখিনিয়ে 'ৰিভলিউশ্বন' হয়। এইকাৰণে সেই অনুসৰি মই 'কাউন্টাৰ পুলী' দি দিউ। সৰু ল'ৰা-ছোৱালীৰ স'তেও মই খাপ খাওঁ। কিয়নো মই সিহঁতৰ সৈতে চল্লিশ ৰিভলিউশ্বন লগাই কথা পাতোঁ। এইবাবে মোৰ কথা সিহঁতে বুজিব পাৰে, নহ'লে সেই 'মেশ্বিন' ভাঙি যাব।

**প্ৰশ্নকৰ্তা** ঃ কোনোবা সন্মুখৰজনৰ লেভেলত আহে, তেতিয়াহে কথা হয়?

**দাদাশ্ৰী** ঃ হয়, তেওঁৰ ৰিভলিউশ্বন ত আহে তেতিয়াহে কথা হ'ব। আপোনাৰ সৈতে কথা-বতৰা কৰি থাকোতে মোৰ ৰিভলিউশ্বন ক'ত-ক'ত ঘূৰি আহিল! সমগ্ৰ বিশ্ব ঘূৰি আহিল! আপুনি 'কাউন্টাৰ

পুলী' দিব নাজানে, তাত কম 'ৰিভলিউশ্বন' ৰ ইঞ্জিনৰ কি দোষ ? সেইটো আপোনাৰ ভুল যে 'কাউন্টাৰ পুলী' দিব নাজানে !

## শিকক, ফিউজ লগোৱা

ইমানখিনিয়ে বুজি ল'ব যে এই 'মেশ্বীনাৰী' কেনেকুৱা ! তাৰ 'ফিউজ' উৰি গ'লে কেনেকৈ 'ফিউজ' লগোৱা হয়। সন্মুখৰজনৰ প্ৰকৃতিৰ সৈতে 'এডজাষ্ট' হ'ব পাৰিব লাগে। মোৰ তো, যদি সন্মুখৰজনৰ 'ফিউজ' উৰি যায়, তেনেহ'লেও এডজাষ্টমেন্ট হয়। কিন্তু সন্মুখৰজনৰ 'এডজাষ্টমেন্ট' ভাঙি যায় তেতিয়া কি হ'ব ? 'ফিউজ' উৰি গ'ল, তো তেওঁ বেৰৰ সৈতে খুন্দিয়াব, দুৱাৰৰ সৈতে খুন্দা খাৱ, কিন্তু তাঁৰ নিছিঙে, কানেক্শ্বন নিছিঙে। এইকাৰণে যদি কোনোবাই ফিউজ লগাই দিয়ে তেতিয়া পুণৰ সকলো ঠিক হৈ যাব, নহ'লে তেতিয়ালৈকে তেওঁ অশান্তিতে থাকিব।

## আয়ু কম আৰু জঞ্জাল বেছি

সকলোতকৈ ডাঙৰ দুখ কি ? 'ডিচএডজাষ্টমেন্ট'। তাত এডজাষ্ট এভৰীহোৱেৰ কৰিলেনো কি আপত্তি থাকিব পাৰে ?

**প্ৰশ্নকৰ্তা** ঃ তাতে তো পুৰষাৰ্থ লাগে ।

**দাদাশ্ৰী** ঃ কোনো পুৰষাৰ্থ নালাগে। মোৰ আজ্ঞাৰ পালন কৰক যে দাদাজীয়ে কৈছে যে 'এডজাষ্ট এভৰীহোৱেৰ', তেতিয়া 'এডজাষ্ট হৈ থাকিব । 'পত্নীয়ে কয় যে, 'তুমি চোৰ' । তেতিয়া ক'বা যে 'ইউ আৰ কাৰেক্ট'। পত্নীয়ে দেড়শ টকাৰ শাড়ী আনিবলৈ ক'লে, আপুনি পঁচিশ টকা বেছি দিব তেতিয়া ছয় মাহ পৰ্য্যন্ত সকলো ঠিকঠাক চলি থাকিব !

চোৰা, ব্ৰহ্মাজীৰ একদিন, সিমান আমাৰ গোটেই জীৱন! ব্ৰহ্মাজীৰ এদিনৰ সমান জীৱন আৰু এই কি জঞ্জাল ? যদি আপুনি ব্ৰহ্মাজীৰ এশ বছৰ জীৱিত থাকে তেনেহ'লে ভাবো যে, 'ঠিকে আছে। এডজাষ্ট কিয় হ'বা ?' দাবী দাখিল কৰিব ক'ব। কিন্তু এই তো সোনকালে শেষ কৰিব লাগিব, তাৰ কি কৰিব লাগিব ? এডজাষ্ট হৈ যাব নে দাবী দাখিল কৰিবলৈ ক'ব? কিন্তু এয়াতো এদিন মাথো, এইটো সোনকালে শেষ কৰিব লাগিব। যিটো কাম সোনকালে শেষ কৰিব লাগে, তাতে কি কৰিব লাগিব ? এডজাষ্ট হৈ সৰু কৰি দিব লাগিব, নহ'লে বাঢ়িয়ে থাকিব নে নবঢ়াকৈ থাকিব ? পত্নীৰ সৈতে কাজিয়া কৰিলে ৰাতি টোপনী আহিব নে ? আৰু ৰাতিপুৱা ভাল জলপানও খাব নাপাব।

## আত্মস্থ কৰক জ্ঞানীৰ জ্ঞানকলা !

কোনোবা দিনা পত্নীয়ে কয়, 'মোক সেই শাড়ীখন আনি নিদিয়ে নে ? মোক সেই শাড়ীখন আনি দিব লাগিব ।' তেতিয়া স্বামীয়ে সুধিব, 'তুমি কিমান দামৰ সাড়ী দেখিছিলা ?' পত্নীয়ে ক'ব, 'বাইশ শ টকাৰ বেছি নহয়।' তেতিয়া তেওঁ ক'ব, 'তুমি বাইশ শ টকাৰ কৈছাঁ কিন্তু মই এতিয়া টকা পাম ক'ত ? এতিয়া হাতত টকা নাই, দু শ-তিনি শ টকাৰ হ'লে আনি দিলোহেঁতেন, কিন্তু তুমি বাইশ শ কৈছাঁ।' তেওঁ খং কৰি বহি থাকিলে, তেতিয়া কি দশা হ'ব পিছত ! মনত এনেকুৱাও বিচাৰ আহে যে হেৰা, ইয়াতকৈ তো বিয়া নকৰালেই ভাল আছিল । বিয়াৰ পিছত প্ৰায়শ্চিত হয়, তাতে কি লাভ ? অৰ্থাৎ এইবোৰেই দুখ ।

**প্ৰশ্নকৰ্তা** ঃ আপুনি এনেকৈ ক'ব বিচাৰিছে পত্নীক বাইশ শ টকাৰ শাড়ী আনি দিব লাগিব ?

**দাদাশ্ৰী** ঃ আনি দিব নে আনি নিদিয়ে সেইটো আপোনাৰ

ওপৰত নিৰ্ভৰ কৰিছে। খং কৰি সদায় ৰাতি খাদ্য নবনাওঁ বুলি ক'লে, তেতিয়া আপুনি কি কৰিব ? ৰান্ধনী ক'ৰ পৰা আনিব ? এইকাৰণে পিচত ধাৰ কৰিও শাড়ী আনি দিব লাগিব, নহয় নে ?

আপুনি কিবা এনেকুৰা ব্যৱস্থা কৰক যে তেওঁ নিজেই শাড়ী নলয়। যদি আপুনি মাহত আঠ হাজাৰ টকা পাই, আপুনি এক হাজাৰ টকা নিজৰ জেপ খৰছৰ বাবে ৰাখি সাত হাজাৰ টকা তেওঁক দি দিব । জানো তাৰ পিছত তেওঁ ক'ব যে শাড়ী আনি দিয়ক ? আৰু কেতিয়াবা আপুনিয়েই ধেমালী কৰি ক'ব যে 'সেই শাড়ীখন বহুত ধুনিয়া আছিল, নলয় কিয় ?' তাৰ ব্যৱস্থা তেওঁ নিজেই কৰিব লাগিব । যদি ব্যৱস্থা আমি কৰিব লগা হয়, তেতিয়া তেওঁ আপোনাক বাধ্য কৰিব । এই সকলো বিদ্যা মই 'জ্ঞান' হোৱাৰ আগতেই শিকিছিলোঁ । পিছত জ্ঞানী হৈছোঁ। সমস্ত বিদ্যাই মোৰ প্ৰাপ্তি হৈছিল, তেতিয়াহে মোৰ 'জ্ঞান' হৈছিল । এতিয়া কওঁক, এই বিদ্যা নাজানে, এই কাৰণেই এই দুখ হৈছে, নহয় নে ! আপুনি কি ভাৱে ?

**প্ৰশ্নকৰ্তা** ঃ হয়, ঠিকেই ।

**দাদাশ্ৰী** ঃ এইটো আপনি বুজি পাইছে নে ? ভুল তো তোমাৰ নিজৰেই, নহয়নে ? বিদ্যা নাজানে এই কাৰণেই নে ! বিদ্যা শিকাৰ প্ৰয়োজন আছে । আপুনি একো কোৱা নাই যে ?

## বিদ্বেষৰ (মনোমালিন্যৰ) মূল কাৰণ ঃ অজ্ঞানতা

**প্ৰশ্নকৰ্তা** ঃ কিন্তু বিদ্বেষ (মনোমালিন্য) হোৱাৰ কাৰণ কি ? স্বভাৱ নিমিলে, এইকাৰণেই ?

**দাদাশ্ৰী** ঃ অজ্ঞানতাৰ কাৰণে । সংসাৰৰ অৰ্থই হ'ল যে কাৰোৰ স্বভাৱ কাৰোৰ সৈতে নিমিলেই । এই জ্ঞান প্ৰাপ্ত কৰাৰ এটাই ৰাস্তা,

'এডজাষ্ট এভৰীহোৱেৰ'! কোনোবাই আপোনাক মাৰিলেও আপুনি তাৰ সৈতে 'এডজাষ্ট' হৈ যাব ।

মই এই সৰল আৰু চিধা উপায় কৈছোঁ । আৰু এই সংঘাত কি সদায় হয় নে ? সেয়া নিজৰ কৰ্মৰ উদয় হয়, তেতিয়াহে হয়, সেই সময়ত আমি 'এডজাষ্ট' হ'ব লাগিব। ঘৰত পত্নীৰ সৈতে কাজিয়া হ'লে তাৰপিছত তেওঁক হোটেলত লৈ গৈ খুৱাই আনন্দিত কৰি দিবা। এতিয়া অন্তৰ্দাহ থাকিব নালাগে।

সংসাৰৰ কোনো বস্তুৱেই আমাৰ ফিট (এডজাষ্ট) নহ'ব । আমি তাক ফিট হৈ যাওঁ তো এই সংসাৰ সুন্দৰ আৰু যদি তাক ফিট কৰিব যোৱা তো সংসাৰ টেড়া। এইকাৰণে 'এডজাষ্ট এবৰীহোৱেৰ'। আমিয়ে তাতে ফিট হৈ যাওঁ তো কোনো অসুবিধা নাই।

## দাদাজী, পূৰ্ণত ঃ এডজাষ্টেবল

এবাৰ কঢ়ী (এবিধ আঞ্জা) ভাল হৈছিল কিন্তু নিমখ অলপ বেছি হৈছিল। মোৰ মনত বিচাৰ আহিল যে ইয়াতে নিমখ অলপ বেছি আছে, কিন্তু অলপ খাব তো লাগিবই নহয়! হীৰাবা (দাদাজীৰ পত্নী) ভিতৰলৈ যোৱাত মই অলপ পানী মিহলাই দিলোঁ । তেওঁ সেইটো দেখিলে আৰু কলে 'এইটো কি কৰিলে ?' মই ক'লো, 'আপুনি চৌকাৰ ওপৰত বহাই পানী ঢালে, মই ইয়াত তলত ঢালিছোঁ। তেতিয়া ক'লে, 'কিন্তু মই তো পানী ঢালি তাক উতলাই দিওঁ ।' মই ক'লো, 'মোৰ বাবে দুয়োটাই সমান।' মোৰ তো কামৰ সৈতে সম্পৰ্ক!

আপুনি মোক এঘাৰটা বজাত কয় যে, 'আপুনি খানা খাই ল'ব লাগিব।' মই কওঁ, 'অলপ দেৰিকৈ খালে নচলিব নে ?' তেতিয়া যদি আপুনি কয় যে,'নহয়, খানা খাই লওঁক, তো কাম শেষ হ'ব ।' তেনেহ'লে

মই তৎক্ষণাত খানা খাবলৈ বহি যাম। মই আপোনাৰ সৈতে 'এডজাষ্ট' হৈ যাম।

কাঁহিত যি আহে সেই খাই ল'ব। যি সন্মুকত আহে , সেয়াই সংযোগ আৰু ভগৱানে কৈছে যে সংযোগক ধাক্কা (ঠেল) মাৰিলে সেই তোমাকেই লাগিব। এইকাৰণে মোৰ ভাল নলগা বস্তু কাঁহিত দিলে তাৰ পৰা দুটা বস্তু খাই লওঁ । নাখালে দুয়োৰে সৈতে কাজিয়া হ'ব । প্ৰথমে তো যোনে ৰান্ধিছে তেওঁৰ সৈতে ঝঞ্ঝট হ'ব, তিৰস্কাৰ কৰা হ'ব আৰু দ্বিতীয়তে, খাদ্যবস্তুৰ সৈতে । খাদ্যবস্তুই ক'ব যে, 'মই কি দোষ কৰিছোঁ ? মই তোৰ ওচৰলৈ আহিছোঁ, তুমি মোৰ অপমান কিয় কৰিছা ? যি ঠিক লাগে সিমান লোৱা, কিন্তু মোৰ অপমান নকৰিবা।' এতিয়া আমি তাক মান দিয়া উচিত নহয় নে ? মোক কোনোবাই ভাল নলগা বস্তু দিলেও মই তাক মান দিওঁ । কিয়নো এনেকুৱা এইকাৰণেই, এনেই একোৱেই পোৱা নাযায়, আৰু যদি পোৱা যায় তাক মান দিব লগা হয়। কোনো বস্তু আপোনাক খাবলৈ দিছে আৰু আপুনি তাতে দোষ উলিয়াই তো ইয়াতে সুখ কমিব নে বাঢ়িব ?

য'ত সুখ কমি যায় এনেকুৱা কাম নকৰাই উচিত, নহয় নে ! মই তো অনেকবাৰ মোৰ ভাল লগা আঞ্জা নাথাকিলেও খাই লওঁ আৰু বৰং প্ৰশংসা কৰোঁ আজিৰ আঞ্জা বহুত ভাল হৈছে।

হেৰা, অনেকবাৰ চাহত চিনি নিদিলেও, মই নকওঁ । তেতিয়া মানুহে কয় যে, এনেকুৱা কৰিলে ঘৰত সকলো নষ্ট হৈ যাব।' মই ক'লো যে, 'আপুনি কালি কি হয় চাব নে ?' তেতিয়া পিচদিনা শুনিব পালো যে, 'কালি চাহত চিনি নাছিল, তথাপিও আপুনি মোক একো নকলে?' মই ক'লো যে, 'মোৰ কোৱাৰ কি প্ৰয়োজন ? তুমি তো বুজি পাবাই ! তুমি নাখালে মোৰ কোৱাৰ প্ৰয়োজন আছিল । তুমি তো খোৱা, তেনেহ'লে মোৰ কোৱাৰ কি প্ৰয়োজন ?!'

**প্ৰশ্নকৰ্তা** ঃ কিন্তু কিমান সচেতন হ'ব লাগিব, প্ৰতি মুহূৰ্তে'।

**দাদাশ্ৰী** ঃ প্ৰতি মুহূৰ্তে, চব্বিশ ঘন্টাই জাগৃতি (বা জাগৰণৰ প্ৰয়োজন), তাৰ পিচত এই 'জ্ঞান' আৰম্ভ হ'ল। এই 'জ্ঞান' এনেই হোৱা নাই ! অৰ্থাৎ প্ৰথমৰ পৰাই এইদৰে সকলো 'এডজাষ্টমেন্ট' লৈছিলোঁ। যিমান সম্ভৱ, তেতিয়ালৈকে বিদ্বেষ (বা মনোমালিন্য) হ'ব দিয়া নাই ।

এবাৰ মই গা ধুবলৈ গৈছিলোঁ, তেতিয়া মগ ৰাখিব পাহৰি গৈছিল। এতিয়া যদি মই এডজাষ্ট নকৰোঁ তো মই কি জ্ঞানী ? মই এডজাষ্ট কৰি লওঁ । হাত দি দেখিলোঁ পানী বহুত গৰম । নলী খুলিলো তো টেংকি খালি । পিছত মই লাহে-লাহে হাতেৰে পানী লিপি ঠাণ্ডা কৰি গা ধুলোঁ । সকলো মহত্মাই ক'লে যে, 'আজি দাদাজীৰ গা ধোৱাত অনেক সময় লাগিছে ।' তো কি কৰিম ? পানী ঠাণ্ডা হ'লে তেতিয়াহে নে ? মই কাকোৱে 'এইটো আনা আৰু সেইটো আনা' এনেকৈ নকওঁ । এডজাষ্ট হৈ যাওঁ । এডজাষ্ট হৈ যোৱাই ধৰ্ম । এই জগতত তো প্লাচ-মাইনাচৰ এডজাষ্টমেন্ট কৰিব লগা হয়। মাইনাচ হ'লে তাতে প্লাচ আৰু প্লাচ হ'লে তাতে মাইনাচ কৰিব লগা হয়। মোৰ বোধশক্তিকও যদি কোনোবাই পাগলামি কয় তো মই কম, 'হয়, ঠিকে আছে।' তৎক্ষণাৎ তাক মাইনাচ কৰি দিওঁ।

যিয়ে এডজাষ্ট হ'ব নাজানে তাক মানুহ কেনেকৈ ক'ব ? যিজনে সংযোগৰ বশ হৈ এডজাষ্ট হৈ যায়, সেইখন ঘৰত একো জঞ্জাল নহয়। মইও হীৰাবাৰ সৈতে এডজাষ্ট হৈ আচিলোঁ নহয়! তেওঁৰ লাভ ল'ব বিচাৰে যদি এডজাষ্ট হৈ যাওঁক। এয়া কোনো বস্তুৰ লাভও নহয় আৰু ওপৰঞ্চি শত্ৰুতাৰ সৃষ্টি কৰিব । কিয়নো প্ৰত্যেক জীৱ স্বতন্ত্ৰ আৰু নিজে সুখ বিচাৰি আহিছে । সি অন্যক সুখ দিবলৈ অহা নাই । এতিয়া সি সুখৰ সলনি দুখ পালে তো শত্ৰুতা বান্ধিব, তেওঁ পত্নী হওঁক বা পুত্ৰ হওঁক ।

**প্ৰশ্নকৰ্তা** ঃ সুখ বিচাৰি আহি যদি দুখ পায়, তেনেহ’লে বৈৰীভাৱ হয়, নহয় নে ?

**দাদাশ্ৰী** ঃ হয়, সি ভাই হওঁক বা পিতৃ হওঁক, কিন্তু ভিতৰে-ভিতৰে সেই কাৰণে শত্ৰুতা হয় । এইখন জগত এনেকুৱাই, শত্ৰুতা কৰে ! স্ব-ধৰ্মত কাৰোঁ সৈতে শত্ৰুতা নহয়।

প্ৰত্যেক ব্যক্তিৰ জীৱনত কিছু প্ৰিঞ্চিপল (সিদ্ধান্ত) থাকিবই লাগে। তথাপিও সংযোগানুসৰি ব্যৱহাৰ কৰিব লাগে। সংযোগৰ সৈতে এডজাষ্ট হৈ যায়,তেৱেঁই মানুহ। যদি প্ৰত্যেক সংযোগতে এডজাষ্টমেন্ট ল’ব শিকে তেনেহ’লে মোক্ষতে যাব পাৰে, এনেকুৱা আশ্চৰ্য্যৰ হাতিয়াৰ।

এই দাদাজী সূক্ষ্মদৰ্শী ও হয়, মিতব্যয়ীও হয় আৰু উদাৰ । সম্পূৰ্ণভাবে অমিতব্যয়ী হোৱাৰ পিছতো ‘কমপ্লীট এডজাষ্টেবল’। অন্যৰ কাৰণে উদাৰ, নিজৰে বাবে মিতব্যয়ী আৰু উপদেশ দিব লগাত গহীন । এইকাৰণে সন্মুখৰজনে মোৰ গভীৰতাপূৰ্ণ ব্যৱহাৰ দেখে । মোৰ ইকোনমি এডজাষ্টেবল হয়, টপমোষ্ট হয়। মই তো পানীৰ ব্যৱহাৰো মিতব্যয়ীতাৰ সৈতে কৰোঁ । মোৰ প্ৰকৃতগুণ সহজভাৱে থাকে।

## অন্যথা ব্যৱহাৰৰ জোঁটেই -আওল লগাব

প্ৰথমে এই ব্যৱহাৰ শিকিব লাগিব। ব্যৱহাৰৰ জ্ঞান নুবুজাৰ কাৰণেই মানুহে বিভিন্ন প্ৰকাৰে মাৰ খাইছে।

**প্ৰশ্নকৰ্তা** ঃ আধ্যাত্মা সম্পৰ্কে আপোনাৰ উপদেশৰ বিষয়ে কি ক’ব , কিন্তু ব্যৱহাৰতও আপোনাৰ উপদেশ ‘টপ’ (সৰ্বোত্তম) হয়।

**দাদাশ্ৰী** ঃ আচলতে কি হয়, ব্যৱহাৰৰ বোধ ‘টপ’ৰ নোহোৱাকৈ

কোনোৱে মোক্ষত যোৱা নাই। কিমানেই মূল্যৱান, বাৰ লাখৰ আত্মজ্ঞান হ'লেও, কিন্তু কি ব্যৱহাৰে এৰিব নে ?! সি নেৰিলে তো আপুনি কি কৰিব ? আপুনি তো নিশ্চয়েই 'শুদ্ধাত্মা' কিন্তু ব্যৱহাৰে এৰিলে তেতিয়াহে নে ? আপুনি ব্যৱহাৰক জটিল কৰি থাকে । শীঘ্ৰে সমাধান আনক নে ?

এই ভাইজনক কোৱা হ'ল যে, 'যোৱা দোকানৰ পৰা আইচক্ৰীম লৈ অহা ।' কিন্তু আধা ৰাস্তাৰ পৰাই উভতি আহে। মই শুধো, 'কিয় ?' তো সি ক'ব যে, 'ৰাস্তাত গাধ সন্মুখত আহি গল, অমঙ্গল হৈ গ'ল!' এতিয়া তাৰ এনেকুৱা উল্টা জ্ঞান হৈ গৈছে , তাক মই দূৰ কৰি দিব নালাগিব নে ? তাক বুজাব লাগিব যে 'ভাই' গাধৰ ভিতৰত ও ভগৱান বিৰাজিত, এইকাৰণে অমঙ্গল একো নহয়। তুমি গাধক তিৰস্কাৰ কৰিলে সেয়া তাৰ ভিতৰত বিৰাজমান ভগবানক লাগিব। ইয়াতে তোমাৰ ভীষণ দোষ হ'ব । পুনৰাই এনেকুৱা নকৰা যেন।' এনেকুৱা উল্টা জ্ঞান হৈছে, এইকাৰণেই মানুহে এডজাষ্ট হ'ব নোৱাৰে ।

## উল্টাক চিধা কৰে, সেয়া সমকিতী

সমকিতীৰ লক্ষণ কি ? তেতিয়া কওঁ যে, ঘৰৰ সকলো মানুহেই কিবা উল্টা কৰিলেও তেওঁ সৰল কৰি দিয়ে । প্ৰত্যেক কাৰ্য্যতে সৰল কৰি নিয়াই, সমকিতীৰ লক্ষণ। মই এই জগতৰ বহুত সূক্ষ্ম অনুসন্ধান কৰিছিলোঁ । অন্তিম প্ৰকাৰৰ অনুসন্ধানৰ পাচত মই এই সকলো কথা কৈছোঁ । ব্যৱহাৰত কেনেদৰে থাকিব লাগে, সেয়াও কৈছোঁ আৰু মোক্ষত কেনেকৈ যাব পাৰি, এয়াও কৈছোঁ। আপোনাৰ বাধা-বিঘিনি কেনেদৰে কম হয়, এয়াই মোৰ উদ্দেশ্য ।

আপোনাৰ কথা সন্মুখৰজনৰ 'এডজাষ্ট' হ'বই লাগে ।

আপোনাৰ কথা সন্মুখৰজনৰ 'এডজাষ্ট' নহ'লে সেইটো আপোনাৰেই ভুল । ভুল শুধৰিলে 'এডজাষ্ট' হ'ব। বীতৰাগৰ কথা 'এভৰীহোৱেৰ এডজাষ্টমেন্ট' ৰ ।

**প্ৰশ্নকৰ্তা** ঃ দাদাজী, 'এডজাষ্ট এভৰীহোৱেৰ' এই যি আপুনি ক'লে তাৰ দ্বাৰা তো সকলো মহত্বপূৰ্ণ বিষয়ৰ সমাধান ওলাই আহে !

**দাদাশ্ৰী** ঃ সকলোৰে সমধান ওলাই যায়। মোৰ এই এটা-এটা শব্দ, সকলোৰে শীঘ্ৰে সমাধান আনিব । এইবোৰে একদম মোক্ষলৈ লৈ যাব। এইকাৰণে 'এডজাষ্ট এভৰীহোৱেৰ'!

**প্ৰশ্নকৰ্তা** ঃ এতিয়ালৈকে য'ত ভাল লাগিছিল, তাতে সকলোৰে এডজাষ্ট হৈছিল আৰু আপোনাৰ কথা শুনি তো এনেকুৰা লাগিছে য'ত ভাল নালাগে, তাতেই প্ৰথমে নিজেই এডজাষ্ট হৈ যাব লাগে।

**দাদাশ্ৰী** ঃ 'এভৰীহোৱেৰ এডজাষ্ট' হ'ব লাগিব ।

## দাদাজীৰ আশ্চৰ্য্য বিজ্ঞান

**প্ৰশ্নকৰ্তা** ঃ 'এডজাষ্টমেন্ট' ৰ যিটো কথা ক'লে, তাৰ পিচৰ অন্তৰনিহিত ভাব কি ? আৰু কিমানলৈকে 'এডজাষ্টমেন্ট' লোৱা উচিত ?

**দাদাশ্ৰী** ঃ ভাব শান্তিৰ, হেতুও শান্তিৰ । অশান্তি উৎপন্ন হ'ব নিদিয়াৰ এই পদ্ধতি । এয়া দাদাজীৰ 'এডজাষ্টমেন্ট'ৰ বিজ্ঞান। অদ্ভুত 'এডজাষ্টমেন্ট' এই । আৰু য'ত 'এডজাষ্ট' হ'ব নোৱাৰে, তাৰ সোৱাদ তো আপুনি পাইছে, নহয় নে? ! 'ডিচএ্জাষ্টমেন্ট' এ মূৰ্খতা । 'এডজাষ্টমেন্ট' কে মই ন্যায় কৈছোঁ। আগ্ৰহ -দুৰাগ্ৰহ, ইয়াক কোনো ন্যায় নকয়। কোনো প্ৰকাৰৰ আগ্ৰহ, ন্যায় নহয়। মই কোনোও কথাৰ ওপৰত জিদ কৰি নাথাকোঁ । যি পানীৰ দ্বাৰাই যুগ সিদ্ধ হয়, তাতে সিদ্ধ কৰি লওঁ । শেষত নলাৰ পানীৰেও সিদ্ধ কৰি লওঁ ।

এতিয়ালৈ এজনো মানুহ মোৰ পৰা ডিচএডজাষ্ট হোৱা নাই । আৰু এই মানুহবোৰৰ তো ঘৰৰ চাৰিজন সদস্যও এডজাষ্ট নহয়। এডজাষ্ট হ'ব পাৰিব নে নোৱাৰিব ? এনেকুৱা হোৱা সম্ভৱ নে সম্ভৱ নহয় ? আমি যেনেকুৱা দেখোঁ তেনেকুৱা তো আমি শিকি যাওঁ, নহয় নে ? এই জগতৰ নিয়ম কি যে আপুনি যেনেকুৱা দেখিব সিমান আপুনি শিকিবই পৰিব । তাতে একোৱে শিকিব লগা বিধৰ নাথাকে । কিয় নোৱাৰিব নে? মই যদি আপোনাক কেবল উপদেশ দি থাকোঁ, সেয়াটো নোৱাৰিব, কিন্তু মোৰ আচৰণ আপুনি দেখিলে তো সহজেই পাৰিব ।

ইয়াতে ঘৰত 'এডজাষ্ট' হ'ব নোৱাৰে আৰু আত্মজ্ঞানৰ শাস্ত্ৰ পঢ়িবলৈ বহি যায়! যাব দিয়া হে ! আগতে 'এইটো' শিকি লোৱা নে ! ঘৰত তো 'এডজাষ্ট' হ'বলৈ নাজানে । এনেকুৱা এই সংসাৰ ।

সংসাৰত আৰু একো নাজানিলেও কোনো অসুবিধা নাই । বেপাৰ-বাণিজ্য কৰা কম জানিলেও কোনো ক্ষতি নাই, কিন্তু এডজাষ্ট হ'ব জানিব লাগে । অৰ্থাৎ পৰিস্থিতিৰ সৈতে এডজাষ্ট হোৱা শিকিব লাগে । এই যুগত এডজাষ্ট হ'ব নোৱাৰিলে মাৰ খাব । এইকাৰণে 'এডজাষ্ট এভৰীহোৱেৰ' হৈ কাৰ্য্য সিদ্ধি কৰি লয় যেন ।

**- জয়সচ্চিদানন্দ**

## Books of Akram Vignan of Dada Bhagwan

1. Adjust Everywhere
2. Ahimsa : Non-Violence
3. Anger
4. Aptavani - 1
5. Aptavani - 2
6. Aptavani - 4
7. Aptavani - 5
8. Aptavani - 6
9. Aptavani - 8
10. Aptavani - 9
11. Autobiography of Gnani Purush A.M.Patel
12. Avoid Clashes
13. Brahmacharya : Celibacy Attained With Understanding
14. Death : Before, During & After...
15. Flawless Vision
16. Generation Gap
17. Harmony In Marriage
18. Life Without Conflict
19. Money
20. Noble Use of Money
21. Pratikraman : The master key that resolves all conflicts ( Abridge & Big Volume)
22. Pure Love
23. Right Understanding to Help Others
24. Science of Karma
25. Science of Speech
26. Shree Simandhar Swami : The Living God
27. The Essence Of All Religion
28. The Fault Is Of the Sufferer
29. The Guru and The Disciple
30. Tri Mantra : The mantra that removes all worldly obstacles
31. Whatever Happened is Justice
32. Who Am I ?
33. Worries

**'Dadavani' Magazine is published Every month**

# সম্পৰ্ক সূত্ৰ

## দাদা ভগৱান পৰিবাৰ

| | |
|---|---|
| **অডালজ** | ঃ **ত্ৰিমন্দিৰ**, সীমন্ধৰ সিটী, অহমদাবাদ-কালোল হাইৱে,<br>পোষ্টঃ অডালজ, জিলা-গান্ধীনগৰ, গুজৰাত - 382421<br>ফোন: (079)39830100,<br>Email :info@ dadabhagwan.org |
| **গোধৰা** | ঃ **ত্ৰিমন্দিৰ**, ভামৈয়া গাওঁ, এফসীআই গোডাউন ৰ সন্মুখত,<br>গোধৰা (জিলা - পঞ্চমহাল) ফোন ঃ (02672) 262300 |
| **ৰাজকোট** | ঃ **ত্ৰিমন্দিৰ**, অহমদাবাদ- ৰাজকোট হাইৱে, তৰঘড়িয়া চোকড়ী(সৰ্কল),<br>পোষ্টঃ মালিয়াসণ, জিলা- ৰাজকোট ফোন ঃ 9274111393 |
| **সুৰেন্দ্ৰনগৰ** | ঃ **ত্ৰিমন্দিৰ**, লোকবিদ্যালয় ৰ ওচৰত, সুৰেন্দ্ৰনগৰ ৰাজকোট<br>হাইৱে, মুলী ৰোড । ফোন ঃ 9879232877 |
| **অমৰেলী** | ঃ **ত্ৰিমন্দিৰ**, লীলীয়া ৰোড বাইপাস চোকড়ী, খাৰাবাড়ী<br>ফোন ঃ 9924344460 |
| **মোৰবী** | ঃ **ত্ৰিমন্দিৰ**, মোৰবী-নবলখী হাইৱে,পোষ্ট ঃজেপুৰ,<br>তালুকা-মোৰবী, জিলা -ৰাজকোট। ফোন ঃ (02822)297097 |
| **ভুজ** | ঃ **ত্ৰিমন্দিৰ**, হিল গাৰ্ডন ৰ পিচফালে, এয়াৰপোৰ্ট ৰোড।<br>ফোন ঃ (02832)290123 |
| **অঞ্জাৰ** | ঃ **ত্ৰিমন্দিৰ**, অঞ্জাৰ-মুদ্ৰা ৰোড, সীনোগ্ৰা পাটীয়া ৰ ওচৰত,<br>সীনোগ্ৰা, গাঁও - তালুকা-অঞ্জাৰ, ফোন ঃ 9924346622 |
| **অহমদাবাদ** | ঃ **দাদা দৰ্শণ**, ৫, মমতাপাৰ্ক সোসাইটি, নবগুজৰাত কলেজৰ পিচফালে,<br>উস্মানপুৰা, অহমদাবাদ - 380014, ফোন ঃ (079)27540408 |
| **বড়োদৰা** | ঃ **দাদা দৰ্শণ**, ১৭, মামা -কি -পোল -মুহল্লা, ৰাওপুৰা পুলিচ<br>ষ্টেচনৰ সন্মুখত, সলাটবাড়া, বড়োদৰা। ফোন ঃ 9924343335 |

| | |
|---|---|
| মুম্বাই ঃ 9323528901 | দিল্লী ঃ 9810098564 |
| কোলকাতা ঃ 9830093230 | চেন্নাই ঃ 9380159957 |
| জয়পুৰ ঃ 9351408285 | ভোপাল ঃ 9425024405 |
| ইন্দোৰ ঃ 9039936173 | জব্বলপুৰ ঃ 9425160428 |
| ৰায়পুৰ ঃ 9329644433 | ভিলাই ঃ 9827481336 |
| পাটনা ঃ 7352723132 | অমৰাবতী ঃ 9422915064 |
| বেঙ্গলুৰ ঃ 9590979099 | হাইদ্ৰাবাদ ঃ 9989877786 |
| পুনে ঃ 9422660497 | জলন্ধাৰ ঃ 9814063043 |

U.S.A : DBVI Tel. : +1877-505- DADA(3232),
Email : info@us. dadabhagwan.org
U.K : + 44330-111-DADA (3232)
Kenya : +25 4722722063

UAE : + 97 1557316937
Austrelia : +61 421127947
Newzealand :+6421 0376434
Singapur :+65 81129229

**www.dadabhagwan.org**



## এডজাষ্ট এভৰীহোৱেৰ

সংসাৰত আৰু একো নাজানে তাতে ক্ষতি নাই কিন্তু এডজাষ্ট হোৱা তো জানিবই লাগে । সন্মুখৰজনে 'ডিচএডজাষ্ট' হৈ থাকিলেও আপুনি এডজাষ্ট হ'ব জানে তেনেহ'লে কোনো দুখেই নাথাকিব । এইকাৰণে এডজাষ্ট এভৰীহোৱেৰ ! সকলোৰে সৈতে এডজাষ্টমেন্ট হোৱা, এইটো সকলোতকৈ ডাঙৰ নৈতিক গুণ । এই যুগত তো ভিন্ন -ভিন্ন প্ৰকৃতি, তাতে এডজাষ্ট নহ'লে কেনেকৈ চলিব ?

মই এই জগতৰ বহুত সূক্ষ্ম অনুসন্ধান কৰিছোঁ । অন্তিম প্ৰকাৰৰ অনুসন্ধান কৰাৰ পিচত এই সমস্ত কথা কৈছোঁ। ব্যৱহাৰত কেনেদৰে থাকিব লাগে, সেয়াও কৈছোঁ আৰু মোক্ষত কেনেকৈ যাব, এইটোও কৈছোঁ। আপোনাৰ বাধা-বিঘিনি কেনেকৈ কম হয়, সেয়াই মোৰ উদ্দেশ্য ।

-দাদাশ্ৰী



dadabhagwan.org




Printed in India

Price ₹15